# মেডিকেল কলেজ

প্ৰণৱকুমাৰ শৰ্মা




গুবাহাটী বুক ষ্টল
গুবাহাটী-৭৮১০০৩



**MEDICAL COLLEGE**

*A Preceptional Novel with Medical College back ground by Pranab Kumar Sarmah and Published by Bangshidhar Sarmah of M/s. Gauhati Book Stall, Gauhati-3. Price Rupees Eight only.*



। প্ৰকাশক : শ্ৰীবংশীধৰ শৰ্মা ● গুৱাহাটী বুক ষ্টল ● শিলপুখুৰী ● গুৱাহাটী-৩ ।

। প্ৰথম প্ৰকাশ : জুলাই, ১৯৭৬ চন ।

। বেটুপাতৰ ছবি আৰু অংগসজ্জা : বেণু মিশ্ৰ ।

। ছপা : শ্ৰীঅজিত কুমাৰ ৰায় ● শ্ৰীসাৰদা প্ৰিণ্টিং ● ঘোষ লেন ● কলিকতা-৬ ।

। বন্ধা : শ্ৰীশিৱসাধন ঘোষ ● জবা বাইণ্ডিং ওৱাৰ্কচ্ ● কলিকতা-৬ ।

। মূল্য : আঠ টকা মাথোন ।

যিসকলে এই কলেজক নাজানে,
যিসকলে জানে আৰু যিসকলে
জানিব খোজে, সেইসকলৰ হাতত।

## ॥ পাদপথৰ পৰা—

বিচিত্ৰ পৃথিৱী। তাতোকৈও বিচিত্ৰ মানুহৰ মন আৰু জীৱন। বুৰঞ্জীয়ে চুকি নোপোৱা কোনোবা দূৰ অতীততে এইখন পৃথিৱীলৈ এনেকুৱা মানুহ আহিছিল, আহিছে আহিব। অতীতে ভৱিষ্যতৰ বুনিয়াদ গঢ়ে। সেয়েহে অতীতক মানুহে সাঁচি ৰাখে।

মেলালৈ মানুহ যায়, তীৰ্থলৈও যায়। আৰু মেডিকেললৈও আহে। মেলালৈ মানুহ যায়—জীয়াই থকাৰ সম্বল বিচাৰি, কিবা কিনিবলৈ—কিবা বিকিবলৈ। তীৰ্থলৈ যায় পাপৰ প্ৰায়শ্চিত্তৰে জুইত পুৰি সোণ চিকুণ কৰাৰ দৰে জীৱনৰ কামনা-বাসনা আৰু পাপ পঙ্কিলতাৰ কালিমা ধুই মচি নিকা কৰিবলৈ।

কিন্তু মেডিকেল কলেজলৈ মানুহ আহে কিবা কিনিবলৈ অথবা বিকিবলৈ নহয়; আহে জীয়াই থকাৰ দুৰ্বাৰ আশা লৈ। হেৰাই যাব খোজা—হেৰাই যাওঁ—বুলি ভাবুকি দিয়া জীৱনক ধৰি-বান্ধি ৰাখিবলৈ। দেহ আৰু মনৰ ফটা-ফুটাখিনি জোৰা-টাপলি মাৰি বাতি-বুটি লবলৈ, ভাঙি যাব খোজা ঘৰ এটাক ঠেকা-ঠুকলিৰে থিয়কৈ ৰাখিবলৈ।

জীয়াই থকাৰ হেঁপাহ আমাৰ সনাতন। তথাপিওচোন মানুহ মৰে।

আৰু?

মেডিকেল কলেজলৈ অহা আটাইবোৰেই জানো অকল নিবলৈ আহে? বিলাবলৈ—কাৰোবাক কিবা দিবলৈ জানো নাহে? আহে।

মহন্ত, চৌধুৰী, দত্তইতৰ দৰে অধ্যাপক-অধ্যাপিকা, অসীম, সমীৰ, জুৰি, বনলতাইতৰ দৰে ছাত্ৰ-ছাত্ৰী, শেৱালীৰ দৰে নাৰ্ছ, বৰ্মণৰ দৰে ৰান্ধনি, ৱাৰ্ডবয়—আৰু বহুতো।

সেইবোৰৰেই টুকুৰা-টুকুৰ ছবি—মেডিকেল কলেজ। উপন্যাস। ৰঙৰ তুলি হাতত লৈহে গম পাইছিলোঁ।—আঁকিবলগীয়া, ৰং সানিবলগীয়া ছবিৰ সংখ্যা দেখোন বহুত বেছি; ৰংহেচোন তেনেই তাকৰ, নিচেই অকণমান। তুলিকাডালো খৰক-কৰক। সেই কাৰণে আঁকিবলগীয়া বহুত ছবি অঁকা নহ'ল। ৰং সানিবলগীয়া ছবিত উজ্জ্বল ৰং সানিব খুজিও ৰঙৰ অভাৱত থমকি ৰ'বলগীয়া হ'ল।

তথাপি: অপৈণত হাতৰ অসুন্দৰ ছবিয়ে যদি কাৰোবাক অকণমান আনন্দ দিব পাৰে—তেন্তে শ্ৰম সাৰ্থক হোৱা বুলি ভাবিম। এই টুকুৰা-টুকুৰ ছবিবোৰ বাইজৰ মাজত বিলোৱাৰ দায়িত্ব লৈ নতুন সৃষ্টিৰ বাবে প্ৰেৰণা যোগোৱা গুৱাহাটী বুক ষ্টলৰ সৰবৰহী বিলনীয়াৰ শ্ৰীযুত বংশীধৰ শৰ্মালৈ আন্তৰিক শ্ৰদ্ধা আৰু বাইজলৈ সেৱা যাচিছোঁ। ইতি—

—প্ৰণবকুমাৰ শৰ্মা



গুৱাহাটী মেডিকেল কলেজ।

এইখনো এখন কলেজ। এইখন কলেজলৈকো প্ৰত্যেক বছৰে বহুতো ছাত্ৰ-ছাত্ৰী আহে। আৰু প্ৰত্যেক বছৰেই বহুতো ছাত্ৰ-ছাত্ৰী ধাঁতৰি যায়।

কিন্তু এইখন কলেজ—কটন কলেজ নহয়। নষিকৈ, ইঞ্জিনিয়াৰিং নতুবা বিশ্ববিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰীবোৰৰ লগত এইখন কলেজৰ ছাত্ৰ-ছাত্ৰীবোৰৰ জীৱনৰ মিল নাই; জীৱন-ধাৰা একে নহয়।

কিন্তু তথাপি যেন ক'ৰবাত অকণমান মিল আছে। কটন কলেজৰ দৰে এইখন কলেজৰ বুকুতো সোমাই আছে মিতা, ইনা, অৰুণিমা আৰু অৰুন্ধতীহঁতৰ দৰে অৰূপ, বিপুল-প্ৰকাশহঁতৰ বহুতো কাহিনী; হেজাৰ আশাৰ অলেখ স্বপ্ন। হাঁহি-কান্দোন—হা-হুমুনিয়াহ। পোৱা আৰু নোপোৱাৰ সীমাহীন হিচাপ। ব্যথা আৰু বেদনাৰ সহস্ৰ চকুলো।

হাঁহি আৰু চকুলো। এয়েতো জীৱন।

আৰু কটন কলেজ?

এইখন কলেজৰ অধ্যাপকৰ বক্তৃতা; পাঠ্যক্ৰম আৰু লেব'ৰেটৰীৰ এক্সপেৰিমেণ্টবোৰ যেন মুখ্য নহয়; গৌণ। মুখ্য—ৰোমাঞ্চ। এইখন কলেজৰ প্ৰত্যেকখন চকী-মেজ—প্ৰতিটো ছাত্ৰ আৰু ছাত্ৰীবোৰৰ মাজত লুকাই আছে—হেজাৰ আশা; অলেখ আকাঙ্ক্ষা; কিবা পোৱাৰ কিবা হোৱাৰ ৰঙীন স্বপ্ন। কিন্তু এইখন কলেজলৈ এদিন হাঁহি হাঁহি অহা আটাইবোৰ ছাত্ৰ-ছাত্ৰীয়ে হাঁহি হাঁহি ধাঁতৰি যাব নোৱাৰে। এইখন কলেজতে কাৰোবাৰ বুকুৰ পাঁজৰ ভাঙে। হিয়াৰ মাণিক হেৰায়। কোনোবাই সোণ বুলি পিতলকে সাৰটি লয়। চিকমিকোৱা ভঙা কাচ-এটুকুৰাকে হীৰা বুলি বুটলি লয়। গাঁঠি খায়। আৰু সেই সময়তে আন এজাকে জীৱনৰ শিখৰি বগাই উঠিবলৈ জীৱনৰ সেন্দুৰীয়া বাটত আগবাঢ়ি যায়।

কিন্তু কটন কলেজৰ আটাইবোৰ বোমাকেই জানো সঁচা ?

এইবোবৰ সৰহভাগেই সঁচা-সঁচা লগা মিছা অভিনয়। বোমাক আৰু শিহৰণৰ মাজেৰেই এইখন কলেজৰ পৰাই সেইজাক ডেকা-গাভৰুৱে আলুকবাৰীলৈ ভিডি মেলি চায়। আলুকবাৰীৰ কৃষ্ণচূড়াৰ তলে তলে—আঁৰে আঁৰে কৃষ্ণা, কাবেৰী, কিঙ্কিণী, কঙ্কনইঁতে যৌবনৰ উত্তপ্ত শিখাত দেই-পুৰি কাৰোবালৈ লুকাই-চুৰকৈ চায়; চিনাকি হয়। কথা পাতে। মিঠা। ছন্দোবদ্ধ কবিতাৰ দৰে গুৱলা।

এদিন; দুদিন। বহুদিন। তথাপি যেন আচল কথাষাৰ কোৱা নহয়। সোধা নহয়। তেনেকৈয়ে যুবৰ ওপৰৰ পৰা সৰি পৰা তেজে ধোৱা কৃষ্ণচূড়াৰ ৰঙা পাহবোৰ এপাহ দুপাহকৈ সৰি সৰি এদিন শেষ হৈ যায়।. তথাপি যেন কথাৰ শেষ নাই; শেষ নহয়।

কিন্তু মেডিকেল কলেজ ?

এইখন কলেজতো ছাত্র-ছাত্রী আছে। বোমাঞ্চ আছে; শিহৰণ আছে। আছে পোৱাৰ ৰঙীন স্বপ্ন; আৰু নোপোৱাৰ সহস্র বেদনা। কিন্তু কটন, লগিকৈ, ইঞ্জিনিয়াৰিং নতুবা বিশ্ববিদ্যালয়ৰ লগত এইখন কলেজৰ বোমাঞ্চ আৰু শিহৰণখিনিৰ পাৰ্থক্য জানো কেনোবাই কাহানিবা বিচাৰি চাইছে ?

হেজাৰ সন্ধিয়া পাণবজাৰত থুপখোৱা বিভিন্ন কলেজৰ ছাত্রদলৰ কোনোবাই পথিলীজাকৰ কাৰোবালৈ চাই চকু টিপিয়াই হাঁহে। কোনোবা কোনোবাই মধুমিতা, কল্যাণী, কল্পনাৰ চুক এটাৰ টেবুলত বহি অমলেট, চপ্-কাটলেটৰ প্লেট আগত লৈ আঙুৰ মিঠা কথাৰ মাজত ডুব যায়। সপোন দেখে।

পাণবজাৰত থুপখোৱা এইজাক ডেকা-গাভৰুৰ হাঁহিৰ ধ্বনি সন্ধিয়াৰ সেঁতা পোহৰত শৰাইঘাট দলঙত ঠেকা খাই উভতি আহে। অস্তগামী সূৰ্যয়ক বিদায় যাচে। ছাত্র আৰু ছাত্রীবাসবোৰ মুখৰ হৈ উঠে। হাঁহিৰ খলকনিত ওচৰৰ পাণদোকানীজনে একোবাৰ ভিডি মেলি চায়।

হাঁহি; হাঁহি আৰু হাঁহি।

কিন্তু মেডিকেল কলেজত অকল বোমাঞ্চ আৰু শিহৰণেই নাই। সেই শিহৰণৰ লগত মিহলি হৈ আছে আতঙ্ক, আশা আৰু নিৰাশাৰ উৎকণ্ঠা আৰু অধীৰ অপেক্ষাৰ বিহ্বলতা। সেই আতঙ্ক, উৎকণ্ঠা আৰু বিহ্বলতাত বোমাঞ্চৰ ৰঙা ৰংটো যেন হেৰাই যায়। সেঁতা হৈ পৰে।

এইখন কলেজৰ বোমাঞ্চে অপাৰেশ্বন থিয়েটাৰৰ মেজত জীৱন আৰু

মৃত্যুৰ লৈতে টনা-আজোৰা কৰি থকা ৰোগীবোৰৰ চকুৰ কোণত হাহি বিৰিঙাই তোলাৰ কথা সকিয়াই দিয়ে। সোঁৱৰাই দিয়ে মাতৃয়ে পুত্ৰৰ, পত্নীয়ে স্বামীৰ জীৱন ভিক্ষাৰ বাবে কৰা কৰুণ আকুতিৰ হিয়াভগা ছবি। এইখন কলেজেই পাঠ্যক্ৰমৰ সাতোটা বছৰৰ প্ৰতিটো মুহূৰ্তই প্ৰতিজন ছাত্ৰক—প্ৰত্যেকজনী ছাত্ৰীক আলফুলকৈ মৰম যাচে। চেনেহ বিলায়। আৰু ?

আৰু তাৰ বিনিময়ত সিহঁতৰ মূৰৰ ওপৰত জাপি দিয়ে এটা গধুৰ বোজা। জীৱন আৰু মৰণৰ। কৰ্তব্য আৰু দায়িত্বৰ।

অৰূপ, বিপুল প্ৰকাশহঁত অহাৰ দৰে অলকো এদিন আহিছিল। বহুত আশা লৈ মৰমৰ ঘৰখন, গাওঁখন এৰি সৰু ৰেল-ষ্টেচন এটাত সি আহি থিয় হৈছিল। ষ্টেচনৰ পুৰণি লেম্পপোষ্ট কেইটাই সেমেকা মন এটাৰে তাক বিদায় যাচিছিল। ৰীতিমণি, পুলক আৰু বায়েক পাৰুলৰ দৰেই যেন চকু-পানী টুকি কৈছিল: বোৱা অলক, তুমি আহাগৈ। আমি তোমালৈ অপেক্ষা কৰিম।

এৰা, ৰীতিমণি, পুলক আৰু পাৰুল।

কান্দি কান্দি চকু-মুখ ওখহাই পেলোৱা ৰীতিমণিহঁতক সান্ত্বনা দিবলৈ গৈ সি নিজেও সিদিনা চকুলো সামৰিব পৰা নাছিল। আৰু মাকজনী ? ৰাতিপুৱাৰ বেলিটোৰ দৰে কপালত জিলিকি থকা সেন্দুৰৰ ৰঙা ফোঁটটোৰে এজনী মৰম কোমল মাতৃ। গাখীৰত সেন্দুৰ মিহলোৱা কেঁচা হালধীৰ দৰে দেৱী-দেৱী লগা এজনী নাৰী; বোৱাৰী; পত্নী আৰু মাতৃ।

সেইজনী মাতৃয়ে বিদায় মুহূৰ্তত সিদিনা তাক আশীৰ্বাদ দিছিল। সি নেদেখাকৈ ৰিহাৰ আঁচলেৰে চকুপানী মচি কৈছিল: গৈ পায়ে চিঠি দিবি সোণ। নিজৰ শৰীৰটোলৈ চকু দিবি। ঠেহ পাতি নোখোৱা নেমেলাকৈ নাথাকিবি আৰু'। তোৰ ঠেহ ভাঙিবলৈ তাত......।

মাকজনীয়ে আৰু কব পৰা নাছিল। থোকাথুকি হৈ পৰা মাতষাৰ ক্ৰমান্বয়ে অস্পষ্ট হৈ পৰিছিল।

আৰু দেউতাক ?

দেউতাকে কন্দা নাছিল সঁচা। কিন্তু সেমেকা চকুহালে যেন কন্দা হলেই বেছি ভাল আছিল। একালে বহুদিনীয়া আশা এটা পূৰণ হোৱাৰ আনন্দ; আৰু আনকালে বিদায় বেদনাৰ যন্ত্ৰণাত চাটিফুটি কৰা এখন পিতৃ হিয়াৰ

হাহাকাৰ ধ্বনি। সেই ধ্বনিৰ মাজত সি যেন শুনিছিল : ভই ৰাগৈস অলক। এয়া যে মোৰ বহুদিনৰ আশা। সেই আশা পূৰণ কৰি তুমি আহিব পাৰিলেহে মই আনন্দ পাম। শান্তি লভিম।

বিদায়ৰ আগমুহূৰ্তত দেউতাকৰ ভৰিত দুই সিদিনা প্ৰণাম কৰোঁতে সেইজন দেউতাকে তাক কৈছিল : পইচা-পাইৰ অসুবিধা হলেই মোলৈ লিখিবি। যেনেকৈয়ে হওক মই পঠিয়াম। বন্ধ পালেই ঘৰলৈ ওচি আহিবি। ভগবানে তোৰ মঙ্গল কৰিব।

তাৰ পিচত আৰু হয়তো কিবা কলেহেঁতেন। কিন্তু কোৱাৰ সময় নাছিল। তাৰ মঙ্গলৰ কাৰণে ঘৰত গ্ৰহপূজা কৰিবলৈ নিমন্ত্ৰণ কৰি অনা বাপুৱে কৈছিল : আৰু পলম কৰিব নোৱাৰি। মাহেন্দ্ৰক্ষণৰ যাত্ৰা প্ৰশস্ত। সময় হৈছে।

বাপুৰ কথা শুনি ঘৰৰ ভিতৰৰ পৰা বাহিৰলৈ ওলাই আহি সি দেখিছিল : চোতালত এজুম মানুহ। গৌৰী খুড়া, দীনকান্ত দেদাইটি, শান্তিৰাম সাতোলা, কপাহী পেহীহঁতৰ এটা শুভকাঙ্ক্ষীৰ দল বিদায় মুহূৰ্তত তাক আশীৰ্বাদ দিবলৈ শুভেচ্ছা জনাবলৈ সিহঁতৰ চোতালত থুপ খাইছেহি। প্ৰত্যেকৰে চকুবোৰ সেমেকা। খোকা-খুকি মাত। সকলোবৰ চকুত বুজি নোপোৱাৰ কিবা এটা অবুজ চাৱনি।

এজন এজনকৈ আটাইবোৰকে মাত লগাই—পূজনীয়জনৰ ভৰিত দুই প্ৰণাম জনাই—সকলোবৰ মৰম যাচি দৌৰি অহাৰ দৰে চোতালৰ পৰা আঁতৰি গৈ সি ষ্টেচনমুখী বাটটোত থিয় হৈছিল। বুজাব নোৱাৰা চকু দুটাক বাৰেক পাকলে সেউজীয়া সুতাৰে ফুল তুলি দিয়া কমালখনেৰে হেঁচি ধৰিছিল। এবাৰ পিচলৈ উভতি চাই দেখিছিল : চোতালত থুপ খোৱা মানুহখিনি তাৰ পিচে পিচে আগবাঢ়ি আহিছে। মাকজনী আৰু পাকলে নওলামুখত থিয় হৈ তালৈ চাই আছে। ৰীতিমণি, পুলকহঁত তাৰ লগে লগে আগবাঢ়ি আহিছে। এটা প্ৰস্তৰমূৰ্তিৰ দৰে আটাইৰে শেষত চোতালৰ একুকত তালৈ একেথিৰে চাই ৰৈ আছে—দেউতাক।

তাৰ যেন ভৰি দুখন থিৰ হৈ ৰয়।

: মই আগবাঢ়োঁ—লক মইনা। তুমি লাহে লাহে আহা। কিন্তু বেছি দেৰি নকৰিবা। গাড়ী আহি পাবহি। নতুনকৈ কিনা হেণ্ডবেগটোৰে বন্ধা বিছনা এখনৰে সৈতে দুটকেছ এটা তাৰ বাঢ়ি নিয়া ছবকাৰৰ মাতত

যেন তাৰ চেতনা ক্ষীণ আছে। গাওঁখনৰ ৰাজেৰে থৰথাভিৰে সি আগবাঢ়ে। নঙলামুখত থিয় হৈ তাক বিদায় মাতিবলৈ বৈ থকা বুঢ়ী পেহী, মাহীহঁতক “যাওঁ” বোলা কথাষাৰ কোৱাৰ শক্তিকণো যেন তাৰ হেৰাই গৈছে। কিবা এবাৰ কলেই যেন ওলাই আহিব হুচকুৰ পাৰ ভাঙি অশ্ৰুবন্যাৰ সহস্ৰধাৰ।

আকৌ এবাৰ পিচলৈ উভতি চাই সি দেখিছিল: নামঘৰৰ চোতালৰ এচুকৰ প্ৰকাণ্ড বকুলজোপাৰ কাষত সিহঁতৰ সৰু ঘৰখন নেদেখা হৈ পৰিছে। দৃষ্টিৰ সিপাৰত হেৰাই গৈছে ৰীতিমণি, পুলক, পাৰুল, মাক আৰু দেউতাক। হঠাতে তাৰ কাণৰ কাষত ভাহি উঠিল সেয়েকা এটা মধুৰ কোমল মাত।

“চুটকেছতে টিং এটাৰ ভিতৰত নাৰিকলৰ লাৰু কেইটামান আছে। তই কণী ভাল পাব নহয় ভাইটি! মায়ে কেইটামান ভাজি দিছে। বাটত খাবলৈ নাপাহৰিবি। সিজোৰা কণীবোৰৰ বাকলি গুচাই লবি। টোপোলাটো খোলোতে পিঠা কেইখন ভাঙিব আকৌ। চাবি—সাৱধানে খুলিবি। চিৰাখিনি খাই টুকাৰ মানে দেউতা গৈ পাবই।”

হঠাতে সি পিচলৈ ঘূৰি চাই পঠিয়ালে। কথাকেইষাৰ কৈ কৈ বায়েক পাৰুলজনী যেন তাৰ কাষে কাষেহে আহি আছে।

কিন্তু ক'তা? ওহোঁ—বায়েকজনীতো অহা নাই। পাৰুলজনীকতো সি আৰু বহুত দিনলৈ দেখা নাপায়। বেমেলে!

হঠাতে তাৰ বৰ লাজ লাগি গ'ল। ছিঃ! সি ইমান দুৰ্বল নে? সিতো এইখন ঘৰৰ পৰা চিৰদিনলৈ বিদায় লৈ যোৱা নাই।

চাৰিওফালে সি এবাৰ ঘূৰি চালে। সন্মুখৰ পথাৰখনত তেতিয়া উজ্জ্বল ৰ'দ। মূৰৰ ওপৰত শাওনৰ সূৰ্য্যৰ প্ৰখৰ উত্তাপ। সূৰ্য্য শিখাৰ কিৰণত উদ্ভাসিত হৈ পৰা এখন জিলমিল পৃথিৱী। পশ্চিমৰ আকাশত উৰি ফুৰা ক'লা মেঘ টুকুৰা যেন ক'ৰবাত লুকাবলৈ তেতিয়া ঘৰখোলাকৈ আঁতৰি গৈছে।

## ॥ দুই ॥

বছৰ যাগৰে।

নৱকাচলক বেৰি থকা চেগুনৰ পাতবোৰ এবাৰ তুষাৰকৈ কেবাবাৰো সৰি পৰে। পাত সলায়। কুঁহি কুঁহি পাতকোৰে যেন অলক, বিপুলইতক লকিয়াই দি যায়: এয়া সময়। নিয়তি। ঘূৰ্ণিয়মান গতিয়েই জীৱন।

ডেলেন্দৰেই দিনবোৰ আগবাঢ়ে।

মধুমিতা, কল্পনা, কল্যাণীত কটন কলেজ, বিশ্ববিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰীবোৰে আজিও চাহ খায়। দেশৰ বৰ্তমান পৰিস্থিতি আৰু সমস্যাক লৈ চৰকাৰক সমালোচনা কৰে। সিদ্ধান্তত উপনীত হব নোৱাৰা ছাত্ৰবোৰৰ প্ৰত্যেকে যুক্তি-তৰ্কেৰে নিজক শুদ্ধ বুলি প্ৰতিপন্ন কৰিবলৈ যত্ন কৰে। ৰাজেশখান্না জয়া ভাদুৰী, বেহনা-চুলজাইতকলৈ তৰ্ক জোৰে। ইংলেণ্ড আৰু ভাৰতৰ মাজত হোৱা টেষ্ট মেছখনৰ উইকেট লেখে। আন্তৰ্জাতিক ৰাষ্ট্ৰসমূহৰ ৰাজনৈতিক সমস্যালৈ পাণ্ডিত্য দেখুৱায়। তাৰ পিচত চাহ আৰু চিগাৰেটৰ ধোঁৱাৰ মাজত সিইতৰ তৰ্ক-আলোচনাবোৰ ধোঁৱা হৈ যায়।

সেই একেখন মধুমিতা, কল্পনা, কল্যাণীলৈকে মেডিকেল কলেজৰ ছাত্ৰ-ছাত্ৰীবোৰো আহে। চাহ খায়। কোনোবা চকু এটাৰ মেজ এখন আগুৰি বহি একান্তমনে চিগাৰেট হোপে। কিন্তু আন কলেজৰ ছাত্ৰ-ছাত্ৰীবোৰৰ দৰে প্ৰাণচঞ্চল নহয়। ধীৰ-স্থিৰ; চিন্তামগ্ন। হেৰাই যাব খোজা জীৱন এটাক ঘূৰাই অনাৰ—হাঁহিবলৈ পাহৰি যোৱা ঘৰ এখনলৈ হাঁহি ঘিৰাই অনাৰ চিন্তাই যেন সিইতৰ মাজৰ পৰা কাঢ়ি লৈ যায়—প্ৰাণচঞ্চলতা। কোনোবা ৰূপহী প্ৰেমিকাৰ দৰে গোপনে চুৰ কৰি লৈ যায়: ডেকা মনৰ চঞ্চলতা; অস্থিৰ দেহৰ চপলতা। এই দল ছাত্ৰ-ছাত্ৰীয়ে ৰাংলাদেশক স্বীকৃতি দিয়াৰ

কথা নাভাবে। বৈজয়ন্তীমালাৰ কথকনৃত্যৰ নেপুৰৰ ছন্দধ্বনি শুনে। খাদ্যদ্ৰব্যৰ সমস্যা লৈ চৰকাৰক সমালোচনা নকৰে। বৰং সেই সমস্যাই সিহঁতৰ মনৰ পৰ্দাখনত আঁকি দিয়ে: যক্ষ্মাপীড়িত মুমূৰ্ষুজনৰ এখন শেঁতা মুখৰ ছবি। সিহঁতে সপোন দেখে: কৰ্কট ৰোগত জীৱনৰ ৰং হেৰুৱাই পেলোৱা ৰোগী-জনৰ মুখত হাঁহি বিৰিঙাই তোলাৰ কথা। চকুৰ আগত ভাঁহি উঠে: ব্লাড-বেংকৰ অভাৱত অপাৰেশ্যন থিয়েটাৰৰ চাৰিবেৰৰ মাজত হাহাকাৰ কৰা হেজাৰজনৰ মৃত্যু-বিভীষিকা। অপাৰেশ্যন থিয়েটাৰৰ টেবুলখন যেন টেবুল নহয়; মৃত্যুৰ হেজাৰ কীটে কিলবিলাই থকা মৰণ শয্যা। সেই মৃত্যুশয্যাত শুই থকা সহস্ৰজনক জীয়াই তোলাৰ চেষ্টাত সেইজাক ছাত্ৰ-ছাত্ৰীৰ হাঁহিৰ পৰা মনটো যেন মৰি যায়। পঙ্গু হৈ যায় উচ্ছৃংখল এটা যৌৱন।

অস্ত্ৰোপচাৰৰ পিচৰ অৱসাদখিনি আঁতৰাবলৈ সিহঁতে প্ৰয়োজন বোধ কৰে: একাপ ধোঁৱা উৰি থকা গৰম চাহৰ; এটা জ্বলন্ত চিগাৰেটৰ। সেই প্ৰয়োজন শৰীৰ আৰু মন সজীৱ কৰি তোলাৰ; প্ৰস্তুতিৰ। কাৰণ অলপ আগতে হৈ যোৱা অস্ত্ৰোপচাৰৰ ৰোগীজনে এনাচ্থেচিয়াৰ কবলৰ পৰা মুক্ত হোৱাৰ আগতেই যে মৃত্যুৰ ক্ষণ গণি থকা আন কোনোবাজনৰ বাবে হাতত তুলি লব লাগিব— ছুৰী আৰু চেপেনা। বেজী আৰু কেটগ্যাট; প্লাষ্টিক নতুবা নাইলন ষ্ট্ৰিং।

ৰহাগ মাহৰ এটা ৰাতিপুৱা।

বাহিৰত নকৈ গাভৰু হোৱা সেউজীয়া পৃথিৱীখনৰ বুকুত সোণালী ৰ'দৰ জিলিমিলি; আৰু অপাৰেশ্যন কক্ষৰ ভিতৰৰ টেবুলখনৰ ওপৰত জ্বলি থকা এটা শক্তিশালী বিজুলী বাল্ব। সেই বাল্বটোৰ পৰা বিচ্ছুৰিত হৈ পৰা তীব্ৰ পোহৰত উজ্জ্বল হৈ পৰিছিল প্ৰতিখন ছুৰী, চেপেনা, বেজী আৰু অস্ত্ৰোপচাৰৰ বিভিন্ন যন্ত্ৰপাতি। ব্যস্ত অথচ এটা নিস্তব্ধ পৰিবেশ।

কোঠাটোৰ ভিতৰত চাৰ্জন বৰুৱা; এনাচ্থেটিষ্ট ডাঃ বৰদলৈ আৰু এজনী নাৰ্চ। আটাইৰে গাত দীঘল এপ্ৰ'ন; বগা। নাক আৰু মুখত আৱৰণ-মাস্ক। তেওঁলোকৰ সন্মুখৰ টেবুলখনত শুই থকা এটা কৃশ দেহ। সেই কৃশদেহীজনৰ দুচকুত এটা শেঁতা চাৱনি—এনিমিখ্। মেজখনৰ দুই কাষে ষ্টেণ্ডত ওলোমাই থোৱা চেলাইন আৰু তেজৰ বটল। তেজৰ বটলটোৰ লগত সংযুক্ত ৰক্তবাহী ৰবৰ নলীডালৰ আনটো মূৰত সংলগ্ন দীঘল বেজীটো টেবুলত শুই থকা কঙ্কালসাৰ দেহটোৰ সোঁহাতৰ শিৰাত শিৰাবিদ্ধ। টেবুল-

ধনৰ চাৰিওকালে চিকিৎসক আৰু নাৰ্ছজনীক আগুৰি অভিজ্ঞতাৰ ভাণ্ডাৰ পূৰাবলৈ উৎসুক হৈ বৈ থকা এজাক জ্ঞানপিপাসুৰ দল।

চিকিৎসক আৰু নাৰ্ছজনী নিৰ্লিপ্ত; কিন্তু ব্যস্ত। ছাত্ৰ-ছাত্ৰীসকলৰ চকু-মুখত উৎকণ্ঠা। সেই নিৰ্লিপ্ততা, ব্যস্ততা আৰু উৎকণ্ঠাক আওকাণ কৰি মেজখনত পৰি থকা দেহটোৰ শেঁতা চকুৰ ভাষাই যেন চাৰিওকালে আগুৰি বৈ থকা ছাত্ৰজাকৰ কোনোবা এজনক আশ্বাস আৰু প্ৰত্যয় দি কৈছিল: মই জীয়াই থাকিম; আকৌ সজীৱ হৈ উঠিম। পৃথিৱীৰ বুকুৰ পৰা হেৰাই যোৱাৰ আশঙ্কা কৰিয়েই পলাই যাব খোজা জীৱনটোক ধৰি ৰাখিবলৈকে মই ইয়ালৈ আহিছোঁ। তই মোক লৈ আহিছ। অপূৰণ আশা লৈ মই কেতিয়াও মৰিব নোৱাৰোঁ। নমৰোঁ। অপূৰণ আশা-আকাংক্ষাৰ কোনো দিনে মৃত্যু নহয়। আজি যিসকলে মোৰ হৃদ্‌পিণ্ড কাঢ়ি মোক জীয়াই থকাৰ ৰং সানি দিব খুজিছে তেনেদৰে তয়ো এদিন হেজাৰজনক দিব লাগিব জীৱনৰ ৰং; আশা; প্ৰত্যয় আৰু নিৰ্ভৰশীল আশ্বাস।

এটা ছুটাকৈ মুহূৰ্তবোৰ আগবাঢ়ে।

চাৰ্জন দুজনে বীজাণুমুক্ত কৰি ট্ৰেত সজাই থোৱা যন্ত্ৰপাতিবোৰৰ ওপৰেৰে শেষবাৰৰ কাৰণে দৃষ্টি বুলাই নিয়ে। তাৰ পিচত ইজনে সিজনৰ চকুলৈ চায়। মৌন ভাষাৰে কথা পাতে; আৰু তাৰ ক্ষন্তেক পিচতে ডাঃ বৰদলৈৰ ইঙ্গিত পাই 'ও গ'ড, বিচিড্‌' বুলি অস্ফুট ভাষাৰে ভগৱানক প্ৰাৰ্থনা জনাই চাৰ্জন বৰুৱাই সোঁহাতত তুলি লয় এখন ছুৰী আৰু বাওঁহাতত এপাট চেপেনা।

তাৰ পিচত এটা অসহনীয় মৌনতা।

সক্ৰিয় চাৰ্জন বৰুৱাৰ ক্ষিপ্ৰ ব্যস্ততা।

আৰু?

আৰু কেঁচা তেজত তুমুকলি হৈ পৰা এখন ছুৰী।

তেনেদৰে কিমান সময় পাৰ হৈ গৈছিল—তালৈ কাৰো ভ্ৰুক্ষেপ নাই। সিহঁতৰ চকুৰ আগত উদং হৈ পৰিছিল দুটা হাঁওফাঁও আৰু এটা হৃদ্‌পিণ্ড। ছাত্ৰ-ছাত্ৰীসকলৰ চকুবোৰ এটা বিন্দুত স্থিৰ হৈ ৰৈছিল: এটা গতি মন্থৰ সংকুচিত হৃদ্‌পিণ্ডৰ ওপৰত কেবাহালি চকুৰ কৌতুহলী আৰু জ্ঞানসন্ধানী দৃষ্টি।

মাথোন কেইটামান মুহূৰ্ত।

তাৰ পিছত আলফুলকৈ হাতকাও দুটাৰ মাজৰ পৰা একলীয়াকৈ আঁতৰাই অনা হৃদ্‌পিণ্ডটোৰ ওপৰেৰে চাৰ্জনজনৰ হাতৰ ছুৰীখন দ্ৰুতগতিত আগবাঢ়ি গৈছিল ; গ্লাভচেৰে আবৰিৰখা ৰক্তৰঞ্জিত আঙুলিকেইটা ক্ষিপ্ৰতাৰে সঞ্চালিত হৈছিল।

আৰু আনকালে ?

এটা দুটাকৈ আগবাঢ়ি যোৱা মুহূৰ্তবোৰৰ লগে লগে এটোপ-দুটোপকৈ তেজৰ বটলটোৰ পৰা তেজ আহি অস্ত্ৰোপচাৰিত দেহটোৰ শিৰা-উপশিৰাত মিহলি হৈ গৈছিল।

এজন ব্যস্ত চাৰ্জন—আৰু প্ৰয়োজনীয় সময়ত সহায় আগবঢ়াবলৈ প্ৰস্তুত হৈ থকা এজন ডাক্তৰ। ছুৰী, চেপেনা আগবঢ়াই দিবলৈ জাগ্ৰত প্ৰহৰীৰ দৰে ওচৰতে বৈ থকা এজনী নাৰ্চ আৰু চাৰিওকালে জ্ঞান আহৰণকাৰীৰ দল।

কিন্তু জ্ঞান আহৰণকাৰী দলৰ বিশেষ কোনোবা এজনৰ যেন সেইদিনা জ্ঞান আহৰণ কৰাৰ সময় নাছিল। সেইজন ছাত্ৰই বাৰে বাৰে হাতৰ ঘড়ীটোলৈ চাইছিল। মনৰ মাজত উদগ্ৰীৱ আৰু উৎকণ্ঠা ; চকু-মুখত আশা আৰু আশঙ্কাৰ লুকাভাকু। সেইজন ছাত্ৰৰ কাৰণে চেকেণ্ডবোৰ যেন চেকেণ্ড নহয়—একো একোটা যুগ। মিনিটবোৰ যেন একোটা দীঘল শতাব্দী।

এই অসতৰ্ক মুহূৰ্তত সেই ছাত্ৰজনৰ বাওঁহাতখন গৈ সোঁহাতৰ কোনোবা এঠাইত বৈ গৈছিল। সোঁহাতখনৰ সেই অংশটোত বিষ অনুভৱ কৰিব খুজিও যেন সি বিষ অনুভৱ কৰিব নোৱাৰিলে। সেই বিষৰ বেদনা নাই। আছে আনন্দ আৰু হেৰাই যাব খোজা জীৱন এটাক ঘূৰাই পোৱাৰ আশ্বাস—প্ৰতিশ্ৰুতি। তাৰ পিছ মুহূৰ্ততে চকুত পৰিছিল ষ্টেণ্ডত ওলোমাই থোৱা কাপোৰেৰে ঢকা ৰঙা তেজৰ এটা বটল। সেই বটলটোৰ পৰা দৃষ্টি ঘূৰাই আনি বগা এপ্ৰ'নটোৰ হাতখন কোচাই সি তাৰ বিষোৱা অংশটোলৈ লক্ষ্য কৰিছিল। সেই অংশটোৰ এটা বিন্দুৰ পৰা তেতিয়াও এটোপ দুটোপকৈ তেজ নিগৰি আছে।

তাৰ হাতত তেতিয়া তেনে কোনো তীব্ৰ বিষ নাছিল। তাৰ হাতৰ বিষটোতকৈয়ো হৃদপিণ্ডটোৰ ওপৰত কৰা অস্ত্ৰোপচাৰৰ সময়খিনি আছিল বেছি গুৰুত্ব আৰু সংকটপূৰ্ণ। তথাপি সি তাৰ দৃষ্টি ঘূৰাই আনিছিল। কাৰণ: হৃদ্‌পিণ্ডটোৰ ওপৰত অস্ত্ৰোপচাৰ কৰি এজনক জীয়াই ৰখাৰ গৌৰৱ যেন তাৰ নহয় ; তাৰ সোঁহাতখনৰ। সেইখন হাতৰ পৰা লোৱা তিনিশ

চি-চি তেজৰ। সমগ্র দেহৰ শিৰা-উপশিৰাত বৈ থকা তেজখিনিয়ে এটা জীৱনক জীয়াই তোলাৰ বাবে যেন একমাত্র সোঁহাতখনেই গৌৰৱৰ অধিকাৰী।

"নো। আই কাণ্ট্ এলাউ। তেজ দিয়াৰ পিচত তোমাৰ জিৰণিৰ প্রয়োজন। কোনোমতেই মই তোমাক 'অপাৰেশ্বন এটেণ্ড' কৰিব দিব নোৱাৰোঁ। ইউ মে বি ফেইন্‌টেড।"

"নহয় চাৰ; এইকণ অনুগ্রহৰ পৰা মোক বঞ্চিত নকৰিব। চিকিৎসা-বিজ্ঞানৰ ছাত্র হিচাপে সেইকণ ধৈৰ্য্য, সাহস আৰু শক্তি মোৰ আছে। তদুপৰি……।"

সি আৰু শেষকৈ কব নোৱাৰিলে।

চাৰ্জন বৰুৱাই মুৰ দাঙি তালৈ একেবাহে কেইচেকেণ্ডমান চাই ৰ'ল। তাৰ চকুত হয়তো চাৰ্জন বৰুৱাই দেখিছিল নিঃসহায় এটা কৰুণ আকুতি। সাহস, শক্তি আৰু ধৈৰ্য্যৰ প্রতিশ্রুতি।

তাৰ পিচত তেওঁ নিস্তেজ সুৰত কৈ উঠিছিল: অ্যাটচ্ ও কে। ইউ মে এটেণ্ড ইফ ইউ থিঙ্ক ইউৰচেলফ ফিট ফ'।

আনন্দত মনটো তাৰ নাচি উঠিছিল। তাৰ ভাব হৈছিল: চাৰ্জন বৰুৱা যেন চিকিৎসক নহয়; দেৱতা। কাৰণ: অপাৰেশ্বন এটেণ্ড কৰা যে তাৰ কাৰণে খুউব প্রয়োজন। জিৰণিৰ প্রয়োজনতকৈও জীৱন আৰু মৃত্যুৰ অন্তিমক্ষণত দেউতাকৰ ওচৰত থকাটো যে তাৰ কাৰণে বেছি প্রয়োজনীয়। নহলে যে সি জিৰণি লবলৈ গৈও জিৰণি নাপাব। বৰং জিৰণিৰ সেই উদ্বিগ্ন মুহূৰ্তবোৰে জিৰণিৰ পৰিবৰ্তে তাৰ মনলৈ কঢ়িয়াই আনিব আশঙ্কা ভৰা উদ্বিগ্নতা, উৎকণ্ঠা আৰু অধীৰ চঞ্চলতা।

ৰক্তদানৰ সকলো অৱসাদ আৰু ক্লান্তি পাহৰি অপাৰেশ্বন টেবুলখনৰ নিচেই ওচৰলৈকে সি আগবাঢ়ি আহিছিল। তাৰ চকুৰ আগত ভাঁহি উঠিছিল: বয়সে আচোৰা এখন ক্লান্ত, শেঁতা মুখ। সেইখন মুখত পিতৃৰ গাম্ভীৰ্য্য নাই; আছে অপত্য স্নেহৰ গভীৰ প্রলেপ। সংসাৰৰ দায়িত্ব বহন কৰাৰ স্বাক্ষৰ। সেইখন মুখৰ পিচফালে এখন বহল পথাৰ। সেউজীয়া। সেই পথাৰখনৰ মাজেৰে কান্ধত নাঙল লৈ যোৱা দেউতাক যেন অকল নিজৰ কাৰণে জীয়াই থকা নাই। জীয়াই আছে—তাৰ ঘৰখনত; ঘৰখনৰ চেনেহত। সিহঁতৰ প্রতি কৰণীয় দায়িত্বৰ গধুৰ বোজা কঢ়িয়াবলৈকেহে যেন দেউতাকে দুপৰৰ সূৰ্য্যৰ

উজাগৰে থাকে ; বাৰিষাৰ বৰষুণত তিতে। জোকা-পানী মানি গাত লেটি লয়। পথাৰত লখিমীক ইহঁতে পায়। গধূলিৰ মুনিচুনি বেলিৰ পোহৰত সেইজনী লখিমীক—চোতাললৈ কঢ়িয়ায়। সোণগুটিৰ থোকবোৰ মৰণা মাৰি উঁৱাল ভৰায়।

সেইখন পথাৰৰ সজাল ধৰা কঠিয়াবোৰৰ মাজত থিয় হৈ সেউতাকে আশাৰে আঘোণ মাহলৈ বাট চাই ৰয়। বিজয়াৰ বিসৰ্জনৰ পিচত আহে কাঙালীৰ আকাল। উঁৱালৰ গাঁচতীয়া সোণগুটি এমোম বিকি একিলো নিমখ আৰু এবটল কেৰাচিনৰ যোগাৰ কৰে। বলদহালৰ কাৰণে গাখীৰতী সেউজীয়া ধাননিৰ পথাৰখনত দল বাঁহ আজোৰে। তাৰ পিচত এদিন দুদিনকৈ আগবাঢ়ি যোৱা দিনবোৰে আঘোণক এদিন আদৰি আনে। সেউজীয়া পথাৰখন সোণালী হৈ পৰে। পথাৰৰ এচুকত থিয় হৈ সেইজন সেউতাকে হাঁহে। লখিমী মাকজনীৰ গাৰ ভৰ হেৰায়। চোতাল সাৰে ; ভাত ৰান্ধে। বোৱনী-দাৱনীসকলৰ লগতে ঘৰখনৰ কাৰণে পিঠা ভাজে। পূলক, ৰীতিমণিহঁতে আনন্দত কিৰিলি পাৰে। পকা জলকীয়া আৰু নিমখ একেবাৰে লৈতে আমলখি, অমৰা-জলফাইৰ টোপোলা এটা হাতত লৈ পাকলে পথাৰলৈ আগবাঢ়ে। গাভৰু দাৱনী পাকলৰ দাহী হাতৰ কাচিখনে আঘোণক মিঠা ৰ'দত চিক্‌মিকায়।

কিন্তু সেউতাকৰ সেই আশা ; ঘৰখনৰ আকাঙ্ক্ষা সদায় হাঁহি হৈ নুফুলে। হঠাতে কেতিয়াবা সেই আশা—ঘৰখনৰ আকাঙ্ক্ষা চকুলো হৈ সৰে। বাৰিষাৰ ডাৱৰৰ গুৰু গুৰু শব্দত কলং-কপিলীত জোঁৱাৰ উঠে। জোঁৱাৰত মৃত্যুৰ বিভীষিকা নামে। সিহঁতৰ চিনাকি কলং-কপিলীখনে সিদিনা ৰাক্ষসী হৈ নাচে। অচিনাকি হৈ যায়। সোণবৰণীয়া হৈ অহা আহুধানৰ পথাৰখনৰ ইমূৰ সিমূৰ বগা হৈ পৰে। সেউজীয়া শালি ধাননিজৰাৰ মনোমোহা ৰূপ এবুকু পানীৰ তলত হেৰাই যায়। গৰুজাকে হেম্বেলিয়ায়। পেটৰ ভোকত ৰীতিমণি-পূলকহঁতে মাকজনীক আমনি কৰি চিঞৰে। পথাৰৰ মাজৰ পানীৰ ওপৰত ওখকৈ সজা বাঁহৰ চাংখনত বহি সেউতাকে চকুলো টোকে।

এবাৰ দুবাৰ নহয়। বহুবাৰ সি দেখিছে। যোৱা বেলি আঘোণত ইহঁতৰ সেউতাকে পিচৰবাৰ শাওণৰ পথাৰত বৈ বৈ বহুদিন বহুবাৰ কান্দিছে।

তাৰ পিচত এদিন বানপানী শুকায়। বন্যা সোঁত পথাৰখনৰ পকা

থানবোৰ পনস আৰু বোকাৰ মাজত নেদেখা হৈ পৰে। সেউজীয়া থাৰনি-ভৰাৰ চিনচাৰ হেৰাই যায়। কেইমাহমানৰ কাৰণে সিহঁতৰ ঘৰবনত হাহাকাৰ লাগে। বাৰীৰ কলপছলা; আলু-কচু খাই দিন কটায়।

'আৰু ভাত দে মা' বুলি চিঞৰা ৰীতিমণি, পুলকহঁতৰ শুকান মুখ কেইখনলৈ চাব নোৱাৰি হমুনিয়াহ এটি কাঢ়ি নিশব্দে দেউতাক বহাৰ পৰা আঁতৰি যায়।

তথাপি সিহঁত জীয়াই থাকে, জীয়াই থাকে অলেখ ৰীতিমণি, পুলক আৰু পাকল। হেজাৰ হেজাৰ অৰ্দ্ধহাৰী অনাহাৰী মাক আৰু দেউতাক।

এয়া অকল অলকৰ দেউতাকৰে কাহিনী নহয়। অসমৰ হেজাৰখন গাঁৱৰ কাহিনী।

ছটোপাল তপত চকুলোৰ উষ্ণতাত সি নিজকে দোষী দোষী যেন অনুভৱ কৰিছিল। খেতিয়কৰ ল'ৰা হৈ সি যেন চিকিৎসা-বিজ্ঞানৰ শিক্ষা লবলৈ আহি ভুল কৰিছিল। দেউতাকৰ প্ৰতি কৰিছিল নিষ্ঠুৰ ব্যবহাৰ। তাৰ সলনি সি দেউতাকক সকাহ দিবলৈ যত্ন নকৰিলে কিয়? দেউতাকৰ কানৰ নাঙলখন লৈওতো কাঁধ-পাতি লব পাৰিলেহেঁতেন।

কিন্তু সি জানো ইচ্ছা কৰিয়েই দেউতাকৰ প্ৰতি অন্যায় কৰিছিল?

"তই নাঙলত ধৰিবলৈ মই মৰা নাই নহয়। বোকাপানীত লেটি লবলৈ জানো তোক কলেজ পঢ়ুৱাইছিলোঁ? মোৰ অতদিনৰ আশা···"

দেউতাক বৈ গৈছিল।

সি দেখিছিল: হঠাতে দেউতাকৰ চকুহাল সেমেকি পৰিছে। তাৰ চকুৰ আঁৰ কৰিবলৈ আনফালে দৃষ্টি ঘূৰাই নিছে।

সি সুধিব খুজিছিল: তোমাৰ কি আশা দেউতা?

কিন্তু সোধাৰ সাহস নহ'ল। তলমূৰকৈ বোৱা দেউতাকে বহু সময়ৰ নিস্তব্ধতাৰ পিচত কৈছিল: সি মৰিল। বহু যত্ন কৰিও তাক বচাব নোৱাৰিলোঁ। কিন্তু সি নমৰিলেহেঁতেন—বুইছ। সিদিনা কিমানৰ যে ভৰিত ধৰিছিলোঁ। কিন্তু কেৱে অকণমান দয়া মৰম নেদেখুৱালে। পৃথিৱীখনত একেৱে নাইকীয়া হ'ল। টকা নহলে সকলো মিছা। মানুহ মৰে। কিন্তু তাৰ মৰে তাই এজন পোৱা···খোকাখুকি মাতেৰে কৈ কৈ বোৱা দেউতাকে এইবাৰ তাক লুকাব নোৱাৰিলে। হুকহুকৈ কান্দি উঠিল। সৰু ল'ৰা এটাৰ দৰে কেঁকুৰি কেঁকুৰি অৱশেষত শান্ত হৈ পৰিছিল। সেমেকা মাত এটাৰে

কৈছিল: সিয়ে অকল মৰা নাই। আৰু বহুত মৰিছে। মৰিব। তাৰ দৰে তেজ বমিয়াই আজিও গাঁৱত মানুহ মৰিছে। মৰি থাকিব। টকা নহলে চহৰৰ ডাক্তৰ কবিৰাজৰ কোনে আহি গাঁৱৰ দুখীয়া বাইজক নাচায়। গাঁৱৰ কোনোবা এজনে ডাক্তৰী পঢ়ি নাহিলে গাঁওখনৰ বাইজে সকাহ নাপায়। গৰীবেহে গৰীবৰ দুখ বুজি পায়; আনে নুবুজে। একোজনৰ মৃত্যুত একো একোখন ঘৰ উচ্ছন্ন হৈ যোৱাৰ কথা চহৰৰ দালানত থকা মানুহবোৰে কি বুজিব? সেইবোৰ ডাক্তৰ নহয়—বুইছ মইনা? ধন ঘটা যন্ত্ৰ।

তেতিয়াই ভাবিছিলোঁ: ভগৱানে কৰিলে তোক যেনেকৈ হওক…। তোক হাকিম-মক্কুপ কৰাৰ ইচ্ছা মোৰ নাই। মানুহৰ সেৱা কৰিব নোৱাৰিলে—গৰীব দুখীয়াৰ দুখ নুবুজিলে হাকিম-মক্কুপ হৈ কোনো লাভ নাই। পৃথিৱীত ধৰম বোলা এটা বস্তু আছে। ধৰমত থাকিলে ভগৱানে চকু মেলি চাব। যদি পাৰ—এই তালৈকে যা। নমৰা দিনলৈকে দেহাটোৱে যিমান পাৰো টানিম। মই মৰিলেও গাঁৱৰ বাইজে তোক নেৰে। তই যাতে শিকি বুজি আহি চহৰৰ ডাক্তৰ কবিৰাজবোৰৰ দৰে টকাৰ যখ নহবি। গৰীব দুখীয়াৰ আশীৰ্বাদ পাবি।

ফুটাই নকলেও দেউতাকৰ বহুদিনীয়া আশাটো কি সি নুবুজাকৈ থকা নাছিল। সেই কাৰণেই সেইদিনা সি বাছনি পৰীক্ষাত উত্তীৰ্ণ হৈ টালি-টোপোলা বান্ধি সাতোটা বছৰৰ কাৰণে মৰমৰ গাঁওখন এৰি নৰকাচল পাহাৰলৈ গুচি আহিছিল।

তেনেকৈয়ে কিমান সময় পাৰ হৈ গৈছিল সি কব নোৱাৰে।

কিন্তু হঠাতে নিজকে সি অকলশৰীয়া যেন অনুভৱ কৰিছিল। ইতিমধ্যে টেবুলখনৰ চাৰিওফালে জুমুৰি ধৰা ছাত্ৰ-ছাত্ৰীৰ জাকটো আঁতৰি গৈছে। ডাঃ বৰদলৈ কেতিয়াবাই বাহিৰলৈ ওলাই গৈছে। চাৰ্জন বৰুৱাই গ্লাভবোৰ খুলি বেচিনত হাত দুখন ধুই আঁতৰি যাবলৈ যো-জা কৰিছে। কাষত থিয় হৈ থকা নাৰ্চজনীও যেন জীৱন্ত নহয়। এটা প্ৰস্তৰ মূৰ্তিহে। তেজৰ বটলটোলৈ চাই সি দেখিছিল: বটলটোৰ 'আধাখিনিমানহে শেষ হৈছে। চেলাইনৰ বটলটো ওলোমাই থোৱা ষ্টেণ্ডাল কোঠাটোৰ এচুকত কোনোবাই আঁতৰাই থৈছে। সেই মুহূৰ্তত তাৰ অজানতেই সোঁহাতখন গৈ দেউতাকৰ বাওঁহাতৰ ঠাৰিজালৰ পাল্‌চ চোৱা ঠাইখিনিত চেপি ধৰিছিল।

কিন্তু এয়া কি হ'ল ?

হঠাতে সি যেন অপ্ৰকৃতিস্থ হৈ পৰিছিল। অনুমান হৈছিল পৃথিৱীখন ঘূৰি ঘূৰি পাক খাই খাই যেন তললৈ সোমাই গৈছে। তীব্ৰ পোহৰত উজ্জ্বল হৈ থকা কোঠাটো যেন শেঁতা—অন্ধকাৰ।

সি বুজিব পৰা নাছিল—এয়া সপোন নে সঁচা ? ভয়াবহ মৌনতাৰ মাজত অসহায়ভাৱে সি চিঞৰি উঠিছিল : ছিষ্টাৰ।

কিন্তু কোনো উত্তৰ নাই। সেই চিঞৰটোৱে বাস্কলৰ হুকাৰৰ দৰে মাথোন প্ৰতিধ্বনিত হৈ উভতি আহি তাৰ কাণত বিন্ধিছিল।

"কোৱা—ছিষ্টাৰ ; এয়া কি হ'ল ? তুমি নামাতা কিয় ?"

"প্ৰে গড্। লেট ডি ডিপাৰটেড্ চ'ল বি ৰেষ্ট ইন পিচ্।"

কেইটামান মাথোন মুহূৰ্ত্ত।

সেই মুহূৰ্ত্ত কেইটাৰ ভিতৰতে তাৰ পৃথিৱীখন যেন ওলট-পালট হৈ গ'ল। উন্মাদৰ দৰে সি মেজখনৰ ওপৰত শুৱাই থোৱা দেউতাকৰ গাৰ ওপৰতে উবুৰি খাই পৰিছিল। অসতৰ্ক মুহূৰ্ত্তটোত তাৰ গাত লাগি তেঁওৰ পৰা তেজৰ বটলটো মজিয়াত বাগৰি পৰি চুৰমাৰ হৈ গৈছিল ; আৰু সিঁচৰিত হৈ পৰা সেই তেজবোৰে মজিয়াত আঁকিছিল ভূচিত্ৰাৱলীত কোনো দিনে নেদেখা এখন মানচিত্ৰ। কিছু সময়ৰ আগতে অত্যন্ত প্ৰয়োজন বোধ কৰা এই তেজখিনিৰ এই মুহূৰ্ত্তত কোনো মূল্য নাই—প্ৰয়োজন নাই। সেইখিনি যেন তাৰ তেজ নহয়। কোনোবা দানৱৰ ৰক্তস্ৰোত। সেই ৰক্তস্ৰোতৰ প্ৰতিটোপা তেজত যেন মিহলি হৈ আছে মৃত্যুৰ হেজাৰ বিষাক্ত কণিকা। ফেটীসাপৰ বিষৰ দৰে হলাহল।

দেউতাকৰ স্পন্দনহীন নিথৰ দেহটো সাবটি ধৰি সি কান্দিব পৰা নাছিল। সি যেন চিঞৰি চিঞৰি সুধিব : কোৱা দেউতা ; তুমি কিয় এনেদৰে ফাঁকি দি গুচি গ'লা ? অথচ অলপ আগতে তোমাৰ শেঁতা চকুৰ নিস্তেজ চাৱনিটোৱে যেন কৈছিল : অপূৰণ আশা লৈ মই কেতিয়াও মৰিব নোৱাৰোঁ। নোৱাৰোঁ।

তেন্তে এয়া কি হ'ল ? কিয় হ'ল ?

তেজ ; তেজ ; আৰু তেজ।

দেউতাকৰ হৃদপিণ্ডৰ কেঁচা তেজবোৰত দেউতাকক সাবটি ধৰা অলকৰ গাৰ বগা এপ্ৰ'নটোও তিতিয়া ৰাঙলী হৈ পৰিছে। সেই তেজৰ গোন্ধটোৱে

মৃত্যুৰ নাম নোহোৱা অভিজ্ঞতা এটাৰ লৈতে আকৌ এবাৰ নতুনকৈ পৰিচয় কৰাই দিছিল।

কিন্তু এয়ে জানো মৃত্যু ?

মৃত্যু জানো ইমান নিষ্ঠুৰ ?

ইমান দিনে সেইখন হাস্পাতালতে দেখি অহা মৃত্যুবোৰতো ইমান নিষ্ঠুৰ নাছিল। নাছিল ইমান নিকৰুণ।

সেইবোৰ মৃত্যু যেন স্বাভাৱিক নহয়; অস্বাভাৱিক; অত্যন্ত যন্ত্ৰণাদায়ক। অচিনাকি। এই মৃত্যুৰ লৈতে তাৰ চিনাকি নাই। প্ৰথমবাৰৰ বাবে অচিনাকি এই মৃত্যুৰ লৈতে পৰিচয় হৈ সি কিয় থিৰেবে বৰ পৰা নাই ?

তালৈ একেথিৰে নিষ্পলক দৃষ্টিৰে চাই থকা দেউতাকৰ সেই দৃষ্টিত যেন ভাষা নাই। নিষ্পলক শেঁতা চকু দুটা যেন ক্ৰমাৎয়ে মিলি গৈ এটা হৈ পৰিছে। শেঁতা ৰংটো ক্ৰমে গাঢ় হৈ বাস্তিপুৱাৰ সূৰ্যৰ ৰং লোৱা সেইটো যেন চকু নহয়; কোনোবা পতিপ্ৰাণা নাৰীৰ কপালৰ তিলক।

সেইজনী নাৰীক চিনি পাবলৈ তাৰ সৰহ পৰ নালাগিল। সি আৰু নিৰ্বাক হৈ ৰব নোৱাৰিলে। "মা, তোমাৰ কপালৰ সেন্দুৰৰ ফোঁটটোৰ আজি আৰু কোনো মূল্য নাই। মচি পেলোৱা মা—মচি পেলোৱা। মোৰ তেজৰ দৰে তোমাৰ ফোঁটটোও আজি মূল্যহীন।"

অজ্ঞাতেই চিঞৰি উঠি দেউতাকক লজোৰে সাৱটি ধৰি সি হুকহুকৈ ফেঁকুৰি উঠিল। নাৰ্ছজনীয়ে তাক সান্ত্বনা দিব খুজিও যেন সান্ত্বনা বাচিব নোৱাৰিলে। বগা কাপোৰ এখনেৰে মৃতদেহটো ঢাকিব খোজা নাৰ্ছজনী অলপ আঁতৰি গৈ এচুকত থিয় হৈ ৰ'ল।

আৰু সেই সময়তেই হয়তো কপিলীঘাটত গা-ধুই ভৰা কলহ এটা কাষত লৈ তাৰ মাকজনী ঘৰলৈ উভতিছিল। ওচৰৰ আমজোপাত পৰি চিঞৰা কাউৰীজনীৰ অমঙ্গলসূচক মাত এটা শুনি নেদেখাজনৰ ওচৰত তাৰ দেউতাকৰ মঙ্গল কামনা কৰিছিল। বায়েক পাকলে গোসাঁই ঘৰত চাকি এগছ জলাই ভগবানৰ ওচৰত প্ৰাৰ্থনা জনাইছিল: দেউতাক সোনকালে আৰোগ্য কৰি দিয়া ভগবান। দেউতা যেন সোনকালেই ভালকৈ ঘূৰি আহে।

গোসাঁইঘৰৰ পৰা ওলাই অহা পাকলজনীক পুলকে হয়তো সুধিছে: পাকল বা, দেউতা কেতিয়াকৈ আহিব ? ইমান পলম কৰিছে পাই। ভুমি সেখোৱা

কৈছিলা : দেউতাৰ অসুখ ভাল হৈছে। দেউতাটোৱে ইয়াৰ পলম কৰে। ভাল নালাগে পাই।"

হয়তো পাকলে কিবা এবাৰ কোবাব, উত্তৰ দিয়াৰ আগেয়ে ৰীতিমতে পুলকক কৈছে : যা অ' এঁকবাটো কৰবাৰ; তোলৈ কিবা চোলা পেন্ (পেণ্ট) আনিব নালাগিব নেকি? সেইবোৰ কিনোতে পলম হৈছে।

সিহঁতহালৰ কথা শুনি বায়েক পাকলে হয়তো ভাবিছে : এবা, দেউতা বা কেনে আছে? দেউতা জানো সঁচাকৈয়ে আকৌ ভাল হৈ ঘূৰি আহিব?

তাৰ পিচ মুহূৰ্তত নিজকে তাই ঢমক দিছে : ছিঃ! মই এইবোৰ কি অমঙ্গলীয়া কথা ভাবিছোঁ। অলকে সিহঁতক কৈছিল : দেউতা ভাল নহব কিয়? হবই। তাতকৈও বহুতো ভাঙৰ ভাঙৰ বেমাৰ সিহঁতে ভাল কৰিছে। সংকটপূৰ্ণ ৰোগীক সেইখন হাস্পাতালত—কলেজত চিকিৎসা কৰি সুস্থকৈ ঘৰলৈ পঠিয়াইছে। সিহঁতৰ দেউতাকৰ এইটো এটা সামান্য অপাৰেচন। তাইৰ ভাইটি অলকে বহুত কথা জানে। কেইদিনমান পিচত সিও যে ডাক্তৰ হৈ ওলাই আহিব।

পাৰুলৰ বিশ্বাস : ডাক্তৰী পঢ়া ভায়েক অলকে তাইক কেতিয়াও মিছা কথা নকয়। তাইৰ অমঙ্গলীয়া চিন্তাবোৰতকৈ অলকৰ আশ্বাসটোৰ মূল্য বহুত বেছি।

দেউতাকক সাৱটি উচুপি থকা অলকৰ সেই মুহূৰ্তত ইচ্ছা হৈছিল সি যেন চিঞৰি চিঞৰি কব : মিছা; মিছা পাকল বাইদেউ। মোৰ আশ্বাস মিছা। সেয়া সঁচা নহ'ল। মোৰ প্ৰতিশ্ৰুতিক মিছা প্ৰতিপন্ন কৰিবলৈ চিকিৎসা বিজ্ঞানে আজি পৰাজয় স্বীকাৰ কৰিলে। চিকিৎসা-বিজ্ঞানীসকল পৰাজয় গ্লানিৰে অপাৰেচন থিয়েটাৰৰ টেবুলত এৰি থৈ গ'ল আমাৰ বৰ মৰমৰ দেউতাৰ মৃতদেহ। অৱশেষত নিয়তিৰেই হ'ল জয় বাইদেউ।

অলখনৰ ছবিয়ে তাক পাহৰাই পেলালে সেইখন যে এখন হাস্পাতাল; কলেজ। স্থান-কাল পাহৰি সক ল'ৰা এটাৰ দৰে সি চিঞৰি চিঞৰি কান্দি উঠিল। ক্ৰমাৎয়ে বেছি হৈ অহা তাৰ কান্দোনৰ ধ্বনিত কলেজ হাস্পাতালৰ সমগ্ৰ চৌহদটো যেন কঁপি উঠিছিল।

তেনেদৰে কিমান সময় পাৰ হৈ গৈছিল সি কব নোৱাৰে। কিন্তু বহুত বুজনি আৰু সান্ত্বনা বাণী তাঁহি আহি তাৰ কাণত পৰিছিল। অৱশেষত সেই বুজনি আৰু সান্ত্বনা বাণীয়ে তাক অকণমান সুস্থিৰ কৰি তুলিছিল।

সোঁহাতেৰে চকুপানীবোৰ মচি সি দেখিছিল তাৰ চাৰিওকালে এজাক ছাত্ৰ-ছাত্ৰী। সৰহভাগেই তাৰ সহপাঠী। আটাইৰে মুখবোৰ মলিন; চকুবোৰ সেমেকা। হঠাতে তাৰ জীৱনলৈ অহা চৰম আঘাতৰ সমভাগী হবলৈ যেন সেইসকল ছাত্ৰ-ছাত্ৰীয়ে তাক বুজাবলৈ যত্ন কৰিছে: তোমাৰ দেউতাৰা বুলি আমি জনাই নাছিলোঁ অলক।

ৰবীনে কৈছিল: চা অলক, হেজাৰ চেষ্টা কৰিও আমি যাক বাধা দিব নোৱাৰোঁ সেই দুৰ্ভাগ্যক মুৰ পাতি লোৱাৰ বাহিৰে আমাৰ জানো আন কিবা উপায় আছে? তয়োতো জান: তেনেকুৱা অৱস্থাৰ ৰোগী কেতিয়াবা ক'ৰবাতহে সুস্থ হৈ উঠে। এটা নিশ্চিত মৃত্যুক আৰু কিছুদিনলৈ আঁতৰাই পঠিয়াব পাৰিবি বুলিয়েইতো শেষ যত্ন কৰিছিলি। কিন্তু এনে ক্ষেত্ৰত বিফল হোৱা স্বাভাৱিক সেইটোৱে হ'ল। কৃতকাৰ্য্য হোৱাটোহে এটা ব্যতিক্ৰম। তেখেত সুস্থ হৈ উঠিব বুলি চাৰইতেও আশা কৰা নাছিল। তথাপি কৃতকাৰ্য্য হোৱাৰ এটা ক্ষীণ আশাত অস্ত্ৰোপচাৰ কৰিছিল। চাৰইতে কৈছিল: কৃতকাৰ্য্য হওঁ যদিতো ভালেই। আৰু কৃতকাৰ্য্য হব নোৱাৰিলেও এই অপাৰেশ্বনটোৰ পৰা তোমালোকে বহুত কথা শিকিব পাৰিবা। এনেকুৱা 'ৰেয়াৰ কেচ' খুব কমেই পোৱা যায়। গতিকে আমি অপাৰেশ্বন কৰিমেই। ড'ণ্ট মিছ দিছ অপাৰচুনেটি। অল অৱ ইউ চুড এটেণ্ড দি অপাৰেশ্বন।

তেতিয়াই কথাষাৰ তোক কম বুলি ভাবিছিলোঁ। কিন্তু নকলোঁ। কাৰণ: জানোচা তই মনৰ বল হেৰুৱাই পেলাৱ। তেন্তিয়া হয়তো তই অপাৰেশ্বন কৰিবলৈ অনুমতি নিদিলিহেঁতেন। কিন্তু অপাৰেশ্বন কৃতকাৰ্য্য হোৱা হলে এটা জীৱন হেৰুওৱাৰ বাবে আমিয়েই জানো দোষী নহওঁ? তদুপৰি সেই সময়ত তই তেজ দিয়াত ব্যস্ত।

ৰবীনৰ কথাবোৰ শুনি তাৰ চিঞৰি সুধিবলৈ মন গৈছিল: এইখন কলেজৰ এয়ে নেকি ধৰ্ম? চিকিৎসক আৰু ছাত্ৰ-ছাত্ৰীসকলৰ অভিজ্ঞতা বৃদ্ধিৰ বাবে মানুহৰ জীৱনক লৈ তইঁতে হেতালি খেল? জীৱনতকৈ তইঁতৰ মনৰ অভিজ্ঞতাৰ মূল্যই বেছি নেকি?

কিন্তু সি সুধিব নোৱাৰিলে। নুসুধিলে। কাৰণ চাৰ্জন ৰবৰাই তাকো কৈছিল: চোৱা অলক; এনেবোৰ কেচ অসমত এতিয়ালৈকে কৃতকাৰ্য্য হোৱা নাই। হোৱা টান। তথাপি তুমি কৈছা কাৰণে আমি এটা শেষ চেষ্টা কৰি চাব পাৰোঁ। সম্ভাব্য মৃত্যু এটাক যদি পাৰোঁ—বাধা দিয়াত আমাৰ আপত্তি

নাই। কিন্তু যদি অজয় নহয় অসমৰ বাহিৰলৈ নি এবাৰ যত্ন কৰি চোৱা। বাট ইট্‌ ইজ টু লেট। অসমৰ বাহিৰৰ হাস্পাতালতো কৃতকাৰ্য্য হোৱাৰ আশা খুউব কম।

তাৰ পিচতো অপাৰেশ্বন কৰাৰ কাৰণে চাৰ্জন বৰুৱাক সি অনুৰোধ কৰিছিল। অধ্যক্ষৰ অনুমতি বিচাৰিছিল। সি বুজিছিল : অসমৰ বাহিৰৰ কোনো এখন খ্যাতনামা হাস্পাতাললৈ নি দেউতাকক চিকিৎসা কৰাৰ ক্ষমতা তাৰ নাই।

তেতিয়াও সম্পূৰ্ণৰূপে নিজক সংযত কৰিব নোৱাৰা অলকে অপাৰেশ্বন থিয়েটাৰৰ সৰু খিৰিকীখনেৰে বাহিৰৰ আকাশখনলৈ চাই পঠিয়াইছিল। বহল আকাশখনৰ একাংশ ভাঁহি আহি তাৰ চকুত পৰিল। শান্ত—উদাৰ।

সেই সময়তে কোনোবা এজনে কৈছিল : ব'ল অলক ; আমি বাহিৰলৈ যাওঁ।

ৰবীনে সুধিছিল : তেওঁ বতি জ্বালো বৰুৱানিলৈ নিনিবি ?

সি মূৰ জোকাৰিছিল। অৰ্থাৎ নিব।

কিন্তু পিচ মুহূৰ্ততে সি সচেতন হৈ পৰিল। কৈ উঠিল : কিন্তু ৰবীন···

তাৰ কথাবাৰ শেষ নহ'ল। আধা কোৱাকৈয়ে ৰৈ গ'ল।

"মই সকলো বুজিছোঁ অলক। তাৰ কাৰণে তই ভাবিব নালাগে। প্ৰিন্সিপাল চাৰক কৈ পাৰোঁ যদি এম্বুলেঞ্চ এখনৰ মই ব্যৱস্থা কৰিম। ব'ল, তই বাহিৰতে ৰহিবি।"

ৰবীনৰ কথাবাৰ শেষ হোৱাৰ লগে লগে তাক আগুৰি থকা ছাত্ৰজাকৰ বহুতেই একেমুখে কৈ উঠিছিল : এৰা অলক, ব'ৰা আমি বাহিৰলৈ যাওঁ।

তাৰ পিচত শান্ত ল'ৰা এজনৰ দৰে কোঠাটোৰ পৰা সি ওলাই আহিছিল। তাৰ কাষে কাষে আগবাঢ়ি আহিছিল সহপাঠী ছাত্ৰ-ছাত্ৰীৰ এটা সৰু দল। আৰু দ্ৰুতগতিৰে ৰবীন আৰু দুজন ছাত্ৰ আগবাঢ়ি গৈছিল হাস্পাতালৰ ক'ৰিড'ৰটোৰে আন এটা কোঠালৈ।

হাস্পাতালৰ চোতালত, বাৰাণ্ডাত, কৰিড'ৰত বহুত মানুহ। কিন্তু শান্ত, নিস্তব্ধ। সিহঁতৰ মূৰৰ ওপৰৰ আকাশখনৰ দৰেই গম্ভীৰ ব্যস্ত মানুহজাকৰ চকু-মুখত আশা ; চঞ্চলতা আৰু উৎকণ্ঠা আছে। কিন্তু হাস্পাতালৰ শান্ত পৰিবেশটো ভংগ হোৱাৰ আশঙ্কাত যেন সিহঁত সচেতন। তাক আগুৰি থকা সহপাঠীৰ দলটোও মৌন।

'আউট-ড'ৰৰ কাউণ্টাৰ'ত মানুহৰ এটা দীঘল শাৰী। কাউণ্টাৰৰ পাচফালে মুকলি ঠাইখিনিত ঠাহ খোৱা মানুহ। সেইবোৰৰ সৰহভাগেই ৰোগী। ৰোগীৰ সংখ্যাৰে ভৰি পৰা পেচেণ্ট শাখাটো দি সদায় বেছি আছিছে। কিন্তু আনদিনা সেইবোৰ মানুহলৈ—ৰোগীলৈ তাৰ সিমান অনুকম্পা নাজাগে। কিন্তু আজি হঠাতে সেই মানুহবোৰলৈ তাৰ বৰ বেয়া লাগি গ'ল।

জীয়াই থকাৰ আশাতে এইখন হাস্পাতাললৈ নিতৌ বহুতো ৰোগী আহে; আৰু আহে সেইসকল ৰোগীৰ আত্মীয়স্বজন আৰু শুভাকাংক্ষীৰ দল। নিঃসহায়বোৰে সকলোৱেই আহি চিকিৎসা পোৱাৰ আশাত অপেক্ষা কৰে।

ইয়ালৈ অহা ৰোগীবোৰৰ কিছুমান সুস্থ হৈ উঠে; ঘৰলৈ ঘূৰি যায়। কিছুমানক ৰোগ পৰীক্ষা কৰাৰ পিচত ঔষধ আৰু ব্যৱস্থাপত্ৰ দি ঘৰলৈ ঘূৰাই পঠিওৱা হয়। আন কিছুমানক আকৌ কিছুদিন চিকিৎসা কৰাৰ পিচত উচ্চতৰ চিকিৎসাৰ কাৰণে অসমৰ বাহিৰলৈ যাবলৈ আৰু কিছুমানক ঘৰলৈ গৈ জিৰণি লবলৈ পৰামৰ্শ দিয়া হয়।

জীয়াই থকাৰ—সুস্থ হৈ উঠাৰ আশাতে অহা আটাইবোৰ কিন্তু ঘৰলৈ ঘূৰি যাব নোৱাৰে। সেইসকলৰ নাম-ঠিকনা লিখি চিকিৎসকসকলে তেতিয়া ডেথ্ চাৰ্টিফিকেটৰ খালী ঠাইবোৰ পূৰায়।

কেতিয়াবা কেতিয়াবা চিকিৎসা পোৱাৰ আশাত হাস্পাতালৰ সন্মুখৰ ৰাজপথত বৈ বৈ দুই-একোজনে মৃত্যুক সাৱটি লোৱাৰ বাতৰিও কাকতত প্ৰকাশ হয়। বাতৰি পৰিবেশন কৰাসকলে মেডিকেল কলেজক দোষাৰোপ কৰে। বাতৰি পঢ়ুৱৈসকলে কলেজ কৰ্তৃপক্ষক গালি পাৰে। কিন্তু উৰহিসহুৰ গুৰি ক'ত কেৱে বিচাৰি নাচায়।

ৰাজপথেৰে হেজাৰ জনতা আহে। সহস্ৰজন পাৰ হৈ যায়। ভিক্ষাৰী পঙ্গুবোৰেও সেই ৰাজপথতেই ভিক্ষাপাত্ৰলৈ ফুৰে। সেইবোৰৰ ভিতৰত কোনজনে চিকিৎসাৰ বাবে আশাপালি ৰাজপথত বৈ আছে—সেই কথা মেডিকেল কলেজৰ ছাত্ৰ-ছাত্ৰী অথবা চিকিৎসকসকলৰ জনাৰ কোনো উপায় নাই। তদুপৰি ছাত্ৰ-ছাত্ৰী আৰু চিকিৎসকসকলৰ বাবে চিকিৎসাৰ ক্ষেত্ৰ হ'ল হাস্পাতাল; ৰাজপথ নহয়। ৰাজপথৰ পৰা ৰোগী বিচাৰি নি চিকিৎসা কৰাৰ ইয়াত ব্যৱস্থাও নাই; সুযোগ-সুবিধাৰো অভাৱ। তাৰ বাবে মেডিকেল কলেজৰ—কৰ্তৃপক্ষ, ছাত্ৰ-ছাত্ৰী আৰু চিকিৎসকসকল যদি দায়ী—তেন্তে তাতকৈ বেছি দায়ী মানৱতাৰ দোহাই দি কৰ্তৃপক্ষক দোষাৰোপ

কৰা বাতৰি পঢ়ুৱৈসকল। সেই সকল পঢ়ুৱৈৰ বহুতেই সেই ৰাজপথটোৰে জিনটোত কেবাবাৰো হয়তো পাৰ হৈ গৈছে। সেই সময়ত সেইসকলৰ কোনো এজনৰে মানৱ সেৱা কৰাৰ স্পৃহা নাজাগিল কিয় ?

সঁচা কথা : এইখন হাস্পাতালত সকলো ৰোগীয়ে সম-ব্যৱহাৰ নাঁপায়। কোনোবা সুকভাৱে দুৰ্নীতিও হয়তো ভুমুকি মাৰিব পাৰে। কিন্তু তাৰ বাবে অকল জানো কলেজ কৰ্তৃপক্ষই দায়ী ? ছাত্ৰ-ছাত্ৰী আৰু চিকিৎসকসকল ? এম্-ৰে প্লেট—নতুবা দৰৱ-পাতি কিনিবলৈ, যন্ত্ৰপাতি মেৰামতি কৰিবলৈ অনুমতি বিচাৰি চৰকাৰলৈ লিখা চিঠিৰ এবছৰলৈ উত্তৰ নোপোৱা বাবে জানো এইখন কলেজৰ চিকিৎসকসকলেই জগৰীয়া ? জগৰীয়া কলেজ কৰ্তৃপক্ষ ? সচিবালয়ৰ কোনোবা এজন কৰ্মচাৰী নতুবা বিষয়াৰ হেমাহিৰ কাৰণে হাস্পাতালৈ অহা শ-শ ৰোগীৰ আলৈ-আহুকালৰ বাবে কলেজ কৰ্তৃপক্ষক জানো জগৰীয়া কৰা উচিত ?

এবটল বঙা দৰৱ আৰু কেইটামান বগা-হালধীয়া বড়িয়েই সকলো ৰোগৰ আৰু ৰোগীৰ চিকিৎসাৰ বাবে যথেষ্ট নহয়। সঁচা কথা। সেই কথা চিকিৎসক সকলেও জানে। কিন্তু তেওঁলোকৰ উপায় কি ? হাস্পাতালত ভৰ্তি কৰি সকলোকে চিকিৎসা কৰিবলৈ বিছনাৰ সংখ্যা কিমান ? অথচ হাস্পাতালত ভুৰ বন্ধা ৰোগীবোৰক দেখিলে ভাব হয়—পৃথিৱীত যেন এজনো সুস্থ মানুহ নাই। পৃথিৱীৰ আটাইবোৰ মানুহেই বেমাৰী ; ৰুগীয়া।

তথাপি এইখন হাস্পাতালত—এইখন কলেজত হেজাৰজন মুমুৰ্ষুই জীৱন ঘূৰাই পায়। জীয়াই থকাৰ আশা হেৰুৱাই পেলোৱা সহস্ৰজনে সুস্থ হৈ হাঁহে। চিকিৎসক, নাৰ্চসকলৰ সেৱা-শুশ্ৰূষাত শেঁতা পাণ্ডুৰ মুখলৈ ঘূৰি আহে জীৱনৰ ৰং। সেইসকল ৰোগীয়ে—সেইসকল আত্মীয়-স্বজনে চিকিৎসক-নাৰ্চসকলক হিয়া উবুৰিয়াই আশীৰ্বাদ দিয়ে। কোনোবা কোনোবাজনে চিকিৎসকসকলক 'আপুনিয়েই মোৰ ভগৱান ; মোৰ পিতৃ' বুলি ভুতৰি চুই প্ৰণাম জনায়। সেইসকল লোকৰ হাত ভুখন আঁতৰাই দি "ছিঃ নাপায়" বুলি চিকিৎসকসকল দুখোজ পিচুৱাই আহে।

সেইখিনিতে চিকিৎসকসকলৰ আনন্দ ; গৌৰৱ আৰু তৃপ্তি। অক্লান্ত পৰিশ্ৰম আৰু ধৈৰ্য্যৰে, আগবঢ়োৱা মানৱ সেৱাৰ বিনিময়ত পোৱা প্ৰতিদান। সেই সময়ত চিকিৎসকসকলে পাহৰি যায়—দেহৰ ক্লান্তি ; মনৰ অৱসাদ।

অথচ সেইসকল চিকিৎসকক অপমান কৰা যায়তো নোহোৱা নহয়। কেবাজনো নিঃস্বাৰ্থ আৰু অক্লান্ত পৰিশ্ৰমী চিকিৎসকক উন্মত্ত জনতাৰ লাঠি, চৰ, কিল-ভুকু আৰু চাইকেলৰ চেইনৰ কোব খাই মৃত্যুবৰণ কৰাৰ কেবাটাও কাহিনী এইখন কলেজতে লুকাই আছে। পিতৃ-মাতৃৰ শ্ৰদ্ধা আৰু ভাই-ভনীৰ মৰমেৰে চিকিৎসা কৰা, সেৱা কৰা এইসকল চিকিৎসকৰ সেৱাৰ কথা—পৰিশ্ৰমৰ কথা সেইসকল লোকে তেতিয়া পাহৰি যায়।

মুকুল বৰুৱা।

এইখন কলেজৰ আন এটা কাহিনী।

অস্ত্ৰোপচাৰত পাৰদৰ্শী মুকুল বৰুৱা যেন চিকিৎসক নহয়; ধৈৰ্য্যৰ প্ৰতিমূৰ্তি। কৰ্তব্যৰ লগত যুঁজি যুঁজি ভাগৰি নপৰা এটা জীৱন্ত যন্ত্ৰ।

জহ কালিৰ এটি সন্ধিয়া।

গুৰুতৰভাৱে আঘাত হোৱা স্থানীয় কলেজৰ ছাত্ৰ এজনৰ অস্ত্ৰোপচাৰত মুকুল বৰুৱা তেতিয়া অপাৰেচন কক্ষত ব্যস্ত। বাহিৰত সেই ছাত্ৰজনৰ এজাক সহাপাঠীৰ দল; উৎকণ্ঠিত; চঞ্চল; উদ্বিগ্ন।

এটা সংকটপূৰ্ণ মুহূৰ্ত।

স্পাইনেল ইনজিওৰড্ এজন সন্ত যৌবনপ্ৰাপ্ত ছাত্ৰ।

গুৰুতৰভাৱে আহত হোৱা ছাত্ৰজনক জিমনেচিয়ামত ব্যস্ত থকা নিইতে দেখিছিল। কিন্তু হঠাতে কেনেদৰে দুৰ্ঘটনাত পতিত হৈছিল সেই কথা ক্ৰীড়ামত্ত সহপাঠীসকলেও নাজানে। কিন্তু আঘাত যে গুৰুতৰ সেই কথা সহপাঠীসকলেও বুজি পাইছিল।

সেইজন ছাত্ৰৰ চিকিৎসাৰ বাবে স্থানীয় কলেজ এখনৰ ছাত্ৰ এজাকে কলেজ হাস্পাতালৰ চোতালত জুম বান্ধিছিল। চিকিৎসকসকলে আহত ছাত্ৰজনক দেখি বুজিছিল: ব্যৰ্থ শ্ৰমৰ বাহিৰে লাভ হয়তো একো নহব। কিন্তু কৰ্তব্যৰ দায়িত্বত তেওঁলোক সদায় সচেতন। আশা: জানোচা তেওঁলোকৰ যত্ন সফল হয়।

মুহূৰ্তও পলম নকৰি শৈলবিদ মুকুল বৰুৱা ব্যস্ত হৈ পৰিছিল। অপাৰেচন থিয়েটাৰৰ টেবুলখনৰ ওপৰত অচেতন আহত এজন ছাত্ৰ। ওচৰত আৰু কেবাজনো সহায়কাৰী চিকিৎসক আৰু নাৰ্ছ। আটাইবোৰ ব্যস্ত—উদ্‌গ্ৰীৱ।

কোঠাটোৰ ভিতৰত এটা ভয়লগা নিস্তব্ধতা। অভিজ্ঞ বৰুৱাৰ হাতৰ ছুৰী-চেপেনা আৰু কেচিৰ ক্ষিপ্ৰ সঞ্চালন। নিঃশব্দ। চিকিৎসক আৰু

নাৰ্ছজনীৰ খাল্-নিশ্বাস আৰু ট্ৰেত খণ্ডতে হোৱা ছুৰী-চেপেনাৰ ছুটা এটা লক-ছুৰা টুং টাং শব্দ। তাৰ বাহিৰে কাৰো মুখত মাত নাই।

অস্ত্ৰোপচাৰত ব্যস্ত থকা সময়ত কেতিয়াও কথা কোৱা নহয়। সকলো কাম আগবাঢ়ে চকুৰ ইঙ্গিতত। চকুৰ ইঙ্গিতেই কামৰ নিৰ্দেশ দিয়ে। সেই ইংগিত অনুসৰি সহায়কাৰী চিকিৎসকসকলে অস্ত্ৰোপচাৰ কৰা চিকিৎসকজনক সহায় কৰে। প্ৰয়োজনীয় সময়ত নাৰ্ছজনীয়ে আগবঢ়াই দিয়ে আৱশ্যকীয় যন্ত্ৰ-পাতি। ছুৰী-চেপেনা, বেজী আৰু চিলাই কৰা কেট গ্যাত; প্লাষ্টিক নতুবা নাইলন থ্ৰেড। দবৰ; তুলা আৰু গজ।

তেনেকৈয়ে আগবাঢ়ি গৈছিল সময়। মিনিটৰ পিচত মিনিট। এটা এটাকৈ পাৰ হৈ যোৱা ঘণ্টাবোৰে নিশা এক বজাৰ সংকেট দিছিল। অপাৰেশ্বন কক্ষৰ ভিতৰত জীৱন আৰু মৃত্যুৰ মৈতে টনা-আজোৰা কৰি থকা চিকিৎসকসকলক অপেক্ষা কৰি বাহিৰত বৈ থকা ছাত্ৰজাক চঞ্চল হৈ পৰিছিল; অধীৰ হৈ পৰিছিল। সুদীৰ্ঘ সময়ৰ প্ৰতীক্ষাই সিহঁতক অস্থিৰ কৰি তোলাটোৱে স্বাভাৱিক।

তথাপি সিহঁতে অপেক্ষা কৰিছিল। আশা কৰিছিল: অপাৰেশ্বন-কক্ষৰ পৰা চিকিৎসকসকল ওলাই আহি সিহঁতক কবহি: অপাৰেশ্বন চাক্‌চেচফুল। ডেঞ্জাৰ পিৰিয়ড ইজ ওভাৰ।

কিন্তু মানুহ দেৱতা হব নোৱাৰে। চিকিৎসকসকল ভগবান নহয়। জীৱন-মৰণৰ সোণ-ৰূপৰ যাদুকাঠি চিকিৎসকসকলৰ হাতত নাই।

নিশা এক বজাৰ পিচত চিকিৎসকসকল অপাৰেশ্বন কক্ষৰ বাৰাণ্ডালৈ ওলাই আহিছিল। হেজাৰ যত্ন আৰু পৰিশ্ৰমৰ ব্যৰ্থতাৰ গ্লানিৰে ভৰা মলিন মুখ।

আৰু?

তাৰ পিচতেই আৰম্ভ হৈছিল অশ্লীল গালি। অশান্ত হৈ পৰা এটা পৰিস্থিতি। উত্তেজিত ছাত্ৰজাকৰ উন্মত্ততা।

মুকুল বৰুৱা আগবাঢ়ি আহিছিল।

সবাবোৰক তেওঁ বুজাই কব: চিকিৎসকসকল ভগবান নহয়। যত্নৰ আমি ত্ৰুটি কৰা নাছিলোঁ মইনাইত।

কিন্তু সেই কথা তেওঁ কব নোৱাৰিলে। কোৱাৰ সুযোগ নাপালে। তাৰ আগতেই আৰম্ভ হৈছিল অমানুষিক এটা বৰ্বৰ নৃত্য। ইটা, শিলগুটি, চাইকেলৰ

চেইন আৰু লোৰ ৰডেৰে আক্ৰমণ কৰা চিকিৎসকসকলৰ কাৰোবাৰ মূৰ ফাটিল, কাৰোবাৰ হাত-মুখ চিৰি বৈ আহিল তেজৰ ধাৰ।

আৰু মুকুল বৰুৱা ?

লোৰ ৰড আৰু চাইকেলৰ চেইনৰ আঘাতত অজ্ঞান হৈ পৰা মুকুল বৰুৱা এই বৰ্বৰতাৰ মাজত চিৰদিনলৈ অজ্ঞান হৈ ৰ'ল। অপাৰেচন কক্ষৰ খিৰিকীৰ আয়নাবোৰ ভাঙি টুকুৰা টুকুৰ হ'ল। নিচেই ওচৰতে থকা শাস্তি-ৰক্ষকসকলৰ কাৰ্য্যালয়ৰ সন্মুখতে আৰম্ভ হ'ল উশৃংখল আৰু উন্মত্ত দল এটাৰ উদণ্ডালি। হাস্পাতালৰ শান্ত পৰিবেশটো হৈ পৰিল অশান্ত; আতঙ্কিত।

সুচতুৰ নাৰ্চজনীৰ প্ৰত্যুৎপন্নমতিত অৱশেষত পৰিস্থিতিয়ে ৰূপ সলাইছিল। আতঙ্কত পেপুৱা লোৱা নাৰ্চজনীয়ে দৌৰি গৈ সন্মুখৰ পুলিচ থানাত খবৰ নিদিয়া হলে হয়তো পৰিস্থিতিয়ে আৰু বেছি গুৰুতৰ ৰূপ ললেহেঁতেন। চূৰ্ণ-বিচূৰ্ণ হৈ গ'লহেঁতেন আৰু বহুতো কক্ষৰ বেৰ আৰু খিৰিকীৰ আয়না। আৰু সেই কক্ষবোৰৰ ভিতৰত থকা যন্ত্ৰপাতি। আহত হৈ পৰিলহেঁতেন সৰহ সংখ্যক চিকিৎসক আৰু নাৰ্চ; আৰু হয়তো কৌতুহল দমাব নোৱাৰি বিছনা এৰি ওলাই অহা কোনোবা ৰোগী। অৱশেষত পুলিচৰ হস্তক্ষেপত পৰিস্থিতি শান্ত হৈছিল।

উন্মত্ত ছাত্ৰজাক ৰাতিৰ এন্ধাৰত হেৰাই গৈছিল।

কিন্তু তেতিয়াও শান্ত হব পৰা নাছিল এইখন কলেজ হাস্পাতালৰ চিকিৎসক, অধ্যাপক, নাৰ্চ আৰু ছাত্ৰ-ছাত্ৰীৰ দল। জীৱনৰ নিৰাপত্তা আৰু দায়িত্ব পালনৰ সুস্থ পৰিবেশ এটা বিচাৰি ছাত্ৰ-ছাত্ৰী আৰু চিকিৎসক-সকলে আৰম্ভ কৰিছিল অনিৰ্দিষ্ট ধৰ্মঘট। বাতৰি কাকতত ধৰ্মঘটৰ খবৰ ওলাল। এচাম পঢ়ুৱৈয়ে মন্তব্য কৰিলে : এয়া অন্যায়। অবাস্তৱ।

সম্পাদকীয় স্তম্ভত প্ৰকাশ হ'ল : মানৱতাৰ খাতিৰত যাইলে এই ধৰ্মঘট কেতিয়াও সমৰ্থন কৰিব নোৱাৰে। এই অন্যায় ধৰ্মঘটৰ বাবে চৰকাৰে কঠোৰ ব্যৱস্থা লোৱা উচিত। এমুঠি উন্মত্ত জনতাৰ উদণ্ডালিৰ প্ৰতিবাদ-কল্পে সহস্ৰ ৰোগীক সেৱাৰ পৰা বঞ্চিত কৰাৰ কোনো যুক্তি নাই।

দোষীৰ শাস্তিৰ কাৰণে চৰকাৰৰ ওপৰত নিৰ্ভৰ নকৰি ধৰ্মঘট কৰা বাবে স্থানীয় বাতৰি কাকত কেইখনে এইখন কলেজক গৰিহণা দিলে। দোষাৰোপ কৰিলে। কিন্তু সেই কাকতবোৰৰ বিজ্ঞ সম্পাদকসকলে

এবাৰো ভাবি নাচালে: আচলতে দোষ কাৰ? অসুস্থ পৰিৱেশ এটাৰ মাজত আতংকগ্ৰস্ত চিকিৎসকসকলৰ পৰা প্ৰকৃত সেৱা পোৱা আশা কৰিব ?

দায়িত্ব পালনৰ খাতিৰত শোৱা-খোৱা পৰিত্যাগ কৰি অক্লান্ত পৰিশ্ৰমেৰে মানৱসেৱা আগবঢ়োৱা ছাত্ৰ-ছাত্ৰী, অধ্যাপক, চিকিৎসক আৰু নাৰ্ছসকলক দোষাৰোপ কৰা এইবোৰ কাগজে কিন্তু গুপ্ত স্বাৰ্থৰ খাতিৰত—কোনোবা নেতা অথবা চৰকাৰৰ বৰ বৰ বিষয়াৰ মইমতালিত কলেজ হাস্পাতালখনৰ কোঠালীয়ে কোঠালীয়ে টিঘিলঘিলাই ফুৰা দুৰ্নীতি—অভাৱ-অভিযোগবোৰ দেখিও নেদেখে। ৰোগী আৰু ছাত্ৰ-চিকিৎসকসকলৰ প্ৰয়োজনীয় সুবিধা-খিনি আগবঢ়োৱাৰ কাৰণে চৰকাৰৰ দৃষ্টি আকৰ্ষণ কৰি সম্পাদকীয় লিখাৰ অৱসৰ নাই।

ধৰ্মঘটৰ বাতৰি শুনি ৰাইজৰ মাজত আলোচনা চলিল। ৰবীন্দ্ৰ ভৱন, চাৰ্চ ফিল্ডত জনসভাৰ আয়োজন কৰা হ'ল। শিলঙৰ পৰা নামি আহিল বিভাগীয় মন্ত্ৰী আৰু সচিবালয়ৰ বৰ বৰ বিষয়াৰ দল। অৱশেষত মন্ত্ৰী আৰু ৰথমূৰীয়া বিষয়াসকলৰ প্ৰতিশ্ৰুতি; ৰাইজৰ আশ্বাস আৰু মানৱতাৰ খাতিৰত চব্বিশ ঘণ্টাৰ ভিতৰতে প্ৰত্যাহাৰ কৰা হৈছিল ধৰ্মঘট।

তাৰ পিচতো দিন বাগৰি গ'ল। বছৰ পূৰণি হ'ল। কিন্তু মন্ত্ৰীৰ প্ৰতিশ্ৰুতি আৰু ৰাইজৰ আশ্বাস—প্ৰতিশ্ৰুতি আৰু আশ্বাস হৈয়ে ৰ'ল। সেই প্ৰতিশ্ৰুতি আৰু আশ্বাস কাৰ্য্যকৰী কৰাৰ কাৰো সময় নহ'ল। অৱসৰ নোলাল।

"এয়া তোমাৰ কি হ'ল অলক?"

পাইনিৰ ক্লাছ কৰি বিপৰীত ফালৰপৰা অহা আকাশীতৰাৰ প্ৰশ্নটো শুনি সি বাস্তৱলৈ ঘূৰি আহে। আঙুলিয়াই দেখুওৱা গাৰ এপ্ৰ'নটোলৈ দৃষ্টি ঘূৰাই আনে।

তেজত ৰাঙলী হৈ পৰা এটা বগা এপ্ৰ'ন।

সেই তেজবোৰ যেন তাৰ কলিজা ফাটিহে নিগৰি আহিছে। এপ্ৰ'নটো ৰাঙলী কৰি তুলিছে। কিন্তু সেই তেজ তাৰ নাছিল। সেউতাকৰ কলিজাৰ পৰা বাগৰি অহা কেঁচা তেজ। অথচ অলপ আগতে এই তেজৰ পৰিমাণ বৃদ্ধিৰ বাবে সি হাহাকাৰ কৰি ফুৰিছিল। নিজে তেজ দিয়াৰ উপৰিও ৰক্তদান কৰিবলৈ আগবাঢ়ি অহা বহু কেইজন বন্ধু-বান্ধৱীৰ ব্লাড গ্ৰুপ পৰীক্ষা কৰিছিল। অথচ এই মুহূৰ্তত এই তেজৰ কোনো মূল্য নাই।

মস্তিষ্কত সিঁচৰিত হৈ পৰা তেজবোৰ ইতিমধ্যে গোট খাবি ধৰিছে। কপাল ঢাকি অপাৰেশ্যন কৰাৰ মস্তিষ্কখন চেকুৰা-চেকুৰ হৈ পৰিছে।

এপ্ৰ'নটো খুলি ওচৰৰ ডাষ্টবিনটোলৈ সি দলিয়াই দিব খুজি দলিয়াই দিব নোৱাৰিলে। সেইটো যে তাৰ ৰেউতাকৰ হৃদপিণ্ডৰ তেজেৰে ৰাঙলী। নিথৰ ৰেউতাকক সাবটি ধৰা অলকৰ বুকুত আঁকি দিয়া পিতৃৰ শেষ চুম্বন।

হঠাতে আকৌ অবুজ হৈ পৰা দুচকুৰ ওচৰলৈ এপ্ৰ'নটো সি আগবাই দিব খুজি মৃদু কোলাহল এটাত বৈ গৈছিল।

শেখৰ, বাবুলহঁতে ডাংডোলাকৈ ভিতৰলৈ নিব খোজা আকাশীতৰাক দেখি সি একো বুজিব পৰা নাছিল। অজ্ঞাতেই হাতৰ এপ্ৰ'নটো ডাষ্টবিনটোলৈ দলিয়াই অলকে ব্যবুলহঁতক অনুসৰণ কৰিব খুজিছিল।

কিন্তু নোৱাৰিলে।

তাৰ চাৰিওফালে বৈ থকা সহপাঠীসকলে তাক বাধা দিছিল।

"কিন্তু আকাশীতৰাৰ কি হ'ল? কি হৈছে?"

"একো হোৱা নাই অলক। তোমাৰ গাৰ তেজবোৰ দেখি মূৰ্চ্ছিতা হৈ পৰিছে। ফাষ্ট এইড্ দিয়াৰ পিচতেই সুস্থ হৈ উঠিব।" ভুমটোৰ মাজৰ পৰা কোনোবা এজনে উত্তৰ দিছিল। কৈছিল।

অলক কিন্তু সেই উত্তৰত সন্তুষ্ট হব পৰা নাছিল। তাৰ মনটোৱে হাঁহাকাৰ কৰি নিস্ফুট ভাষাত প্ৰশ্ন কৰিছিল: এয়াও জানো সম্ভৱ? চিকিৎসা বিজ্ঞানৰ চতুৰ্থ বাৰ্ষিক শ্ৰেণীৰ ছাত্ৰী এজনী তেজ দেখি মূৰ্চ্ছিতা হৈ পৰাটো জানো বিশ্বাসযোগ্য? তাই যদি আৰু পুনৰাই জ্ঞান ঘূৰাই নাপায়?

সি উচ্‌পিচাই উঠিল।

কেইজনমান মানুহে সেই সময়তেই ই-এন্-টি ওৱাৰ্ডৰ পৰা কোনোবা এজনৰ মৃতদেহ চাঙ এখনত তুলি লৈ সিহঁতৰ সন্মুখেৰে পাৰ হৈ গৈছিল। সেয়েকা চকুৰ এটা মৌন সমদল। আৰু সেই সময়তেই আনফালৰ পৰা ছাত্ৰ দুজনৰ সৈতে আগবাঢ়ি আহিছিল ৰবীন।

ৰবীনক দেখি সি যেন সকলো কথা পাহৰি গ'ল। তাৰ সন্মুখেৰে পাৰ হৈ যোৱা সমদলটো—কলেজ হাস্পাতালৰ বৰ বৰ অট্টালিকাবোৰ দেখিও নেদেখা হৈ পৰিল। তাৰ চকুৰ আগত ভাঁহি উঠিল কপিলী পাৰৰ এখন গাওঁ; এখন সৰু ঘৰ। বকুলনিৰ সেই সৰু ঘৰখন আহিনৰ সেউজীয়া পথাৰখনৰ দৰেই নিৰ্জন; শান্ত। কিন্তু মিঠা।

আৰু ?

সেইখন ঘৰতে সি লৈ যাব এটা বিস্ফোৰক বোমা। বিস্ফোৰণৰ জুয়ে পুৰি পেলাব সেইখন ঘৰৰ শান্তি; হেজাৰ আশা। আৰু…

সি আৰু ভাবিব নোৱাৰিলে। তাৰ মূৰটো বাইজাই কৰি দিছিল। মাটিত ঢলি পৰিব খোজা অলকক ওচৰতে কোনোবা এজন ছাত্ৰই ধৰি থিয় কৰাই দিছিল।

সিহঁতৰ মূৰৰ ওপৰৰ দুপৰৰ প্ৰখৰ সূৰ্য্যটোক তেতিয়া ক'লা মেঘ এটুকুৰাই ঢাকি ধৰিছিল।

## ॥ তিনি ॥

নৰকাচল।

গুৱাহাটীৰ পূব প্ৰান্তত অৱস্থিত এলানি পাহাৰ। কালাপাহাৰৰ সৈতে মিলি যাব খোজা এইখন পাহাৰৰ শৈল শিখৰতে গুৱাহাটী মেডিকেল কলেজ হাস্পাতালৰ কলেজ বিল্ডিং। ওচৰত অৰ্ধ-নিৰ্মিত হাস্পাতাল। মাজনিত তিনিটা ছাত্ৰাবাস। ছাত্ৰাবাস কেইটাৰ পিচফালৰ ওখ টিলাটোৰ ওপৰত সজা পকী ঘৰটো কিন্তু ছাত্ৰাবাস নহয়—ছাত্ৰীবাস। সাধাৰণ ভাষাত তিনি নম্বৰ হোষ্টেল। শিলং-গুৱাহাটী পথেৰে যোৱা যান-বাহনৰ যাত্ৰী আৰু পদচাৰী-সকলৰ কাৰণে সেইখন হোষ্টেল চিনি পোৱাত অকণো অসুবিধা নহয়। বাৰাণ্ডাত মেলি দিয়া দীঘল দীঘল শাৰী, মেখেলা আৰু পেটীকোটবোৰেই ছাত্ৰীবাসটো চিনাক্তকৰণৰ বিজয় ধ্বজা।

ছাত্ৰাবাসৰ যি কোনো এটা কোঠাৰ খিৰিকীৰে চালে গুৱাহাটীখনক 'চেভেন্টি মিলিমিটাৰ স্ক্ৰীণ'ত দেখা এখন স্থিৰ চিত্ৰ যেন লাগে। প্ৰকাণ্ড প্ৰকাণ্ড পকী দালানবোৰ যেন সৰু সৰু একোটা পুতলা ঘৰ।

আনবোৰ ছাত্ৰ-ছাত্ৰীৰ দৰে অসীমেও কেতিয়াবা কেতিয়াবা কলেজ বিল্ডিঙত থিয় হৈ চাৰিওফালে চাই পঠিয়ায়। চকুত পৰে পশ্চিমত ভুৱনেশ্বৰ; উত্তৰত চান্দমাৰী; পূবত—বোন্দা পৰ্বত আৰু সোঁমাজত শৰণীয়া। দক্ষিণত ৰিপি ৰিপি দেখা কাহিলীপাৰাৰ ছবি। দূৰত—বগা চাদৰ এখনৰ দৰে মেলি থোৱা বিশাল ব্ৰহ্মপুত্ৰ। তাৰ পাৰত থিয় হৈ থকা আজাৰ্ঠুৰি পৰ্বতৰ সিপাৰে ভোটাৰ পাহাৰৰ লানি নিছিগা শাৰী। কেৱল পাহাৰ আৰু পাহাৰ।

আৰু?

আৰু কলেজ বিল্ডিংটোৰ ঠিক সন্মুখতে অৰ্ধনিৰ্মিত হাস্পাতালখনৰ এটা মৃতদেহ।

নৰকাচলৰ ঐতিহাসিক কাহিনী কিবা আছে নে নাই অসীমে নাজানে। কিন্তু এই অৰ্ধনিৰ্মিত হাস্পাতালৰ কাহিনী অলেখ। সেই কথা সি জানে, মাথোন নাজানে: বাইজৰ হেজাৰ আপত্তি, বাতৰি কাকতৰ সমালোচনা আৰু বিধানসভাৰ মজিয়াত ঘোষণা কৰা বিৰোধী পক্ষৰ মতামতক আওকাণ কৰি শৈল শিখৰত সাজিবলৈ লোৱা হাস্পাতালখনৰ নিৰ্মাণৰ কাৰণ।

কোনোবা বিদেশী বিশেষজ্ঞৰ দ্বাৰা প্ৰস্তুত কৰা এইখন হাস্পাতালৰ নিৰ্মাণ পৰিকল্পনাখনৰ ব্যয় হেনো আছিল ছয় লাখ টকা। ছয় শ হেজাৰ টকীয়া এখন ব্লু প্ৰিণ্ট।

সঁচা মিছা সি নাজানে। এইবোৰ শুনা কথা।

"তই ভগবান বিশ্বাস কৰ নে নাই অসীম ?"

কাৰোবাৰ মাতত সি উচপ্ খাই উঠে। পিচলৈ ঘূৰি চায়। সেয়া দেৱাঙ্কুৰ। তাৰ নিচেই ওচৰতে থিয় হৈ আছে।

দেৱাঙ্কুৰৰ মাতৃভাষা অসমীয়া নহয়। অনা-অসমীয়া এজন ছাত্ৰ। কিন্তু দেৱাঙ্কুৰৰ দৰে শুদ্ধ আৰু শুৱলা অসমীয়া বহুতো অসমীয়া ছাত্ৰই কৰ পাৰিব নে নাই সন্দেহ। অসীমে জানে: ভগবান বিশ্বাসী, দৰ্শন ভাল পোৱা দেৱাঙ্কুৰৰ অন্তৰৰ কোনোবাখিনিত লুকাই আছে একুৰা বিদ্ৰোহৰ জুই।

সেইজন দেৱাঙ্কুৰেই এদিন তাক কৈছিল: দেশৰ অৰ্থনৈতিক অৱস্থাৰ কোনো দিনেই উন্নতি নহয় অসীম। সমাজবাদৰ নামত জনসাধাৰণৰ ওপৰত পৰোক্ষভাবে আৰম্ভ কৰা হৈছে অত্যাচাৰ। দেশৰ মাটিৰ লগত খাপ নোখোৱা বিদেশী বিশেষজ্ঞসকলে প্ৰস্তুত কৰি দিয়া অপৈণত আঁচনিবোৰে কেতিয়াও জনকল্যাণৰ ক্ষেত্ৰত অৰিহণা যোগাব নোৱাৰে। এই কলেজ হাস্পাতাল-খনৰ কথাটোকে নেচাৱ কেলেই ? যিখন দেশৰ বিশেষজ্ঞই এই পৰিকল্পনা তৈয়াৰ কৰি দিছিল সেইখন দেশৰ মানুহৰ কাৰণে শৈল শিখৰত স্থাপিত কৰিব খোজা হাস্পাতালখনলৈ অহা-যোৱা কৰাটো কোনো সমস্যাই নহয়। কাৰণ: সেইখন দেশৰ প্ৰত্যেকটো পৰিয়ালৰে নিজৰ একোখন গাড়ী আছে। চৰকাৰী যান-বাহনৰ সুবিধা আছে। কিন্তু ৰিক্সা ভাড়াৰ বাবে আঠ অনা পইচা যোগাৰ কৰিব নোৱাৰা আমাৰ ৰোগী আৰু ৰোগীসকলৰ আত্মীয়-স্বজনবোৰ ইমান ওখলৈ অহাৰ কাৰণে টেক্সি এখন যোগাৰ কৰা জানো

সম্ভৱ ? ভগা পেটে থাকি বাজহ লোখোৱা বাইজৰ ধনৰ অপব্যৱহাৰ দেখিলে মনটো কেতিয়াবা বৰ বেয়া লাগি যায় অ'।

দেবাজুৰৰ কথাবোৰ শুনি অসীমে সিদিনা ভাবিবলৈ বাধ্য হৈছিল : এরা, জনচেতনা আৰু জনজাগৰণৰ অভাৱৰ সুযোগ লৈ এনেকুৱা সুবিধাবাদীয়ে চিৰদিন বাইজক আতুৰা ভাবি আহিছে।

কিন্তু ইয়াৰ কাৰণে জানো কাৰোবাৰ অকল স্বাৰ্থই দায়ী ?

দেবই কোৱা আন এবাৰ কথালৈ তাৰ মনত পৰিল : অকল স্বাৰ্থ পূৰণৰ উদ্দেশ্যতেই এই আটাইবোৰ হোৱা নাই অসীম। আঁচনিসমূহৰ লগত জড়িত থকা দায়িত্বপূৰ্ণ লোকসকলৰ অবিবেচক মন আৰু অনভিজ্ঞতাও ইয়াৰ কাৰণে সমানে দায়ী।

"কি হ'ল ? তইচোন মনে মনে বলি ?"

দেবাজুৰৰ প্ৰশ্নত বাস্তৱলৈ সি ঘূৰি আহে।

"হঠাৎ এই প্ৰশ্নৰ মানে কি দেব ? ভগৱানৰ অস্তিত্ব বিচাৰ চিকিৎসা বিজ্ঞানৰ ছাত্ৰৰ কাৰণে জানো অপ্ৰয়োজনীয় নহয় ?"

অসীমে তাক ওলোটাই প্ৰশ্ন কৰিছিল।

"প্ৰয়োজনীয় অপ্ৰয়োজনীয়ৰ কথা মই সোধা নাই অসীম। কিন্তু ভগৱান আছে। নহলে দিনে নিশাই এইখন পাহাৰৰ বুকুত বিস্ফোৰিত হোৱা ডিনামাইটৰ শব্দ এদিন হঠাতে এনেদৰে বন্ধ হৈ নপৰিলহেঁতেন। প্ৰকাণ্ড প্ৰকাণ্ড লোৰ ৰ'ড, শিলগুটিৰ দম আৰু বালি, চিমেণ্টৰ বস্তাবোৰ এৰি হাস্পাতাল নিৰ্মাণ কৰিবলৈ অহা ঠিকাদাৰ, মিস্ত্ৰি আৰু বনুৱাসকল আঁতৰি নগ'লহেঁতেন। বাইজৰ আপত্তিক আওকাণ কৰি নিৰ্মাণ কৰিব খোজা হাস্পাতালখনৰ ভেটিত কিয় প্ৰকাণ্ড শিল ওলাল জান ?"

অসীমে তাৰ প্ৰশ্নটোৰ উত্তৰ দিয়াৰ প্ৰয়োজন বোধ কৰা নাছিল। কব খুজিছিল : গৰীব দুখীয়া বাইজৰ প্ৰতি এয়া ভগৱানৰ কৰুণা নহয় দেব। প্ৰকৃতিৰ স্বৰূপ। পাহাৰৰ বুকুত শিল নোলাই আৰু কি ওলাব ?

কিন্তু নকলে।

"তইত বোলে লেখক ; সাহিত্যিক। কটন কলেজ অথবা জালুকবাৰী হোৱা হলে এখন সুকীয়া আসনকে পালিহেঁতেন। শিল্পী-সাহিত্যিকৰ মিছা ভেমত অন্ততঃ কলেজীয়া দিন কেইটাত সতাটোপ হৈ ফুৰিব পাৰিলিহেঁতেন। কিন্তু এইখন কলেজত শিল্পী-সাহিত্যিকক কেৱে গুৰুত্ব নিদিয়ে তথাপি

কলেজখনৰ এইবোৰ কথাচোন তইঁতে কেতিয়াবা লিখিব পাৰ। নিলিখ কেলেই?"

অসীমেও ভাবিছিল : দেবাজুৰে কোৱা কথাবোৰ মিছা নহয়।

তথাপি সি কৈছিল : এইবোৰ সকলোৱে জনা কথা দেব। তদুপৰি তই দেখোন জানই—এইখন কলেজত শিল্পী-সাহিত্যিকক কেৱে গুৰুত্ব নিদিয়ে। আমি লিখা কাহিনী পঢ়িব কোনে? তদুপৰি লিখিমেই বা কিটো?

"এৰা, আমাৰ শিল্পী-সাহিত্যিকৰ চকুৰে এইবোৰ নেদেখে। সেই কাৰণেইতো আমাৰ দেশখনৰ আজি এই অৱস্থা। তইঁতে ভাব নেকি—ৰঙৰূপত তিতি-বুৰি হাতত পোষ্টাৰ লৈ ৰক্তদান কৰিবলৈ শোভাযাত্ৰা এটা উলিয়ালেই 'ক'ল্ড ষ্ট'ৰেজৰ' ব্যৱস্থা নথকা এইখন হাস্পাতাললৈ তেজ দান কৰিবলৈ কোনোবা আগবাঢ়ি আহিব? কোনো নাহে—বুইছ। কোনো নাহে। এদিনৰ শোভাযাত্ৰা এটাই বাইজৰ মনত ৰক্তদানৰ স্পৃহা জন্মাব নোৱাৰে। তাৰ বাবে প্ৰয়োজন বিভিন্ন প্ৰকাৰৰ বহুল প্ৰচাৰ।"

ব্লাড্‌ বেংক।

তাৰ কথাবোৰ শুনি অসীমৰ চকুৰ আগত ভাঁহি উঠিল বতাহ-বৰষুণত মচ খাই যোৱা এখন জৰাজীৰ্ণ চাইনব'ৰ্ড। গুৱাহাটী মেডিকেল কলেজত আথৰ উৰলি যোৱা ব্লাড বেংকৰ এখন চাইনব'ৰ্ড আছে। কিন্তু কোনো ব্লাড বেংক নাই। ৰক্তহীন ৰোগীবোৰৰ কাৰণে তেজ বিচাৰি বহুতো মানুহ ইয়ালৈ আহে। কিন্তু যেতিয়া সিহঁতে জানে—এইখন কলেজত কোনো ব্লাড বেংক নাই—তেতিয়া সিহঁত নিৰাশ হৈ উভতি যায়। আন ঠাইত তেজ বিচাৰি হাহাকাৰ কৰে। কেতিয়াবা কোনোবাই তেজ যোগাৰ কৰিব পাৰে; আক কোনোবাই নোৱাৰে। তেজৰ অভাৱত মৃত্যুবৰণ কৰা ৰোগীৰ সংখ্যা এইখন কলেজ হাস্পাতালত লিখা নাথাকিব পাৰে। কিন্তু মৰে।

এইখন হাস্পাতালৰ চৌহদতে তেজ বিক্ৰি জীয়াই থকা মানুহৰ সংখ্যাও কম নহয়। 'ব্লাড বেংক' বুলি লিখি থোৱা চাইনব'ৰ্ডখনৰ তলত অকণমান সময় থিয় হৈ ৰলেই সুধিবহি : আপোনাক তেজ লাগিব নেকি?

উপাৰ্জনৰ সকলো পথ হেৰুৱাই তেজ দিবলৈ অহা সেইবোৰ মতা-মাইকীয়ে ৰক্তদানৰ স্পৃহাত তেজ দিবলৈ নাহে। জীয়াই থাকিবলৈ—হয়তোবা বিচনাত পৰি থকা কগ্ন মাক-দেউতাক অথবা কণ কণ ল'ৰা-ছোৱালী কেইটাক জীয়াই ৰাখিবলৈ সিহঁতক টকা লাগে। এখন কটি, এমুঠি আয় আৰু এখন কাপোৰৰ

অভাৱত তেজ দিবলৈ অহা সেইজাক মতা-মাইকীয়ে নিজৰ ক্ষতি কৰিও অধিক পৰিমাণৰ তেজ দিবলৈ বাধ্য হয়। প্ৰথমবাৰ তেজ দিয়াৰ পিছত দ্বিতীয়বাৰ তেজ দিয়াৰ কাৰণে যিখিনি সময়ৰ প্ৰয়োজন সেই সময়চোৱা অপেক্ষা কৰাৰ ধৈৰ্য্যও সিহঁতৰ নাথাকে। টকাৰ প্ৰয়োজনে সিহঁতক উন্মাদ কৰি তোলে। গধুৰ সংখ্যা এটাৰ বিনিময়ত সিহঁতে তেজ দিয়ে—বিক্ৰী কৰে।

সেই তেজ কিনাৰ বহুতৰে সামৰ্থ্য নাথাকে। তেজৰ অভাৱত সেই-সকলৰ তেতিয়া চিকিৎসা মন্থৰ হৈ যায়। স্থগিত হৈ ৰয় অস্ত্ৰোপচাৰ। ফলত বহুতৰে হেৰাই যায় অমূল্য জীৱন।

এইবোৰ 'ব্লাড বেঙ্ক'ৰ চাইনবৰ্ডখনৰ তলত ঘটি থকা সৰু সৰু ঘটনা। এইবোৰ ঘটনাৰ সদায়ে পুনৰাবৃত্তি হয়। ঘটে। কিন্তু কোনোৱে দেখিও নেদেখে।

কলেজ হাস্পাতালখনত জানো কেৱল ব্লাড বেঙ্কৰেই অভাৱ?

হাস্পাতালৰ প্ৰত্যেকটো ৱাৰ্ডতে বিভিন্ন অভাৱ আছে; অভিযোগ আছে। আছে কোনোবা চিকিৎসকৰ ব্যৰ্থতা; ভুল ডাইওগ্‌নেচিচ্‌, ৱাৰ্ড বয় আৰু চুইপাৰৰ আওহেলা। হেজাৰজন ৰোগীৰ জীৱনৰ হাঁহি-কান্দোনৰ কাহিনী। ৰোগাক্ৰান্ত হোৱাৰ ইতিহাস।

"এৰা, এইবোৰেইতো লিখাৰ সমল। এইবোৰক লৈয়ে বহুতো কিবা-কিবি লিখিব পাৰি।"

অসীমে ভাবে। কিন্তু দেৱাঙ্কুৰৰ ওচৰত মনৰ ভাবটো সি প্ৰকাশ নকৰে।

অসীমৰ পৰা তেনে কোনো সঁহাৰি নাপাই দেৱাঙ্কুৰ লাহে লাহে আঁতৰি যায়। তাৰ ধাৰণা: অসীমে কথাবোৰত কোনো গুৰুত্ব দিয়া নাই।

কিন্তু অসীম?

ইমান দিনে দেখি থকা কলেজখন; হাস্পাতালৰ ৱাৰ্ডসমূহ আৰু ছাত্ৰ-ছাত্ৰীবাসবোৰ যেন তাৰ চকুত নতুনকৈ ভাঁহি উঠিল। ভাঁহি উঠিল হাস্পাতালখনৰ বহুতো কাহিনী। বাহিৰৰ পৰা ধুনীয়া লগা ছাত্ৰাবাসবোৰৰ বুকুত লুকাই থকা আপচু কাহিনীবোৰ ছাত্ৰ-ছাত্ৰীসকলৰ বাহিৰে আন কেৱে নাজানে। জনাৰ উপায়ো নাই।

"অসীম দা।"

এটা মিহি কোমল মাত।

এক নম্বৰ হোষ্টেলৰ বাৰাণ্ডাৰ গাতে ওপৰলৈ বগাই অহা বাগান ভিলা-

জোপাৰ কাষত থিয় হৈ বেলিঙত ভেজা দি দক্ষিণৰ পাহাৰখনলৈ চাই থকা অসীমে ভাঁহি অহা শব্দটোৰ পিনে এবাৰ ঘূৰি চায়।

কিন্তু ক'তা? কোনোতো নাই!

সি তাৰ কাণ দুখনকে অবিশ্বাস কৰি আকৌ আগৰ দৰে পাহাৰখনলৈ দৃষ্টি ঘূৰাই নিয়ে।

এখন সেউজীয়া পাহাৰ। অলেখ গছ-গছনি। আৰু বহুতো লতাৰ জোপোহা। সেইখন পাহাৰৰ মাজে মাজে উৰি ফুৰে নাম জনা-নজনা অসংখ্য চৰাইৰ জাক। সন্ধিয়াৰ এন্ধাৰত সেই চৰাইজাকৰ মিঠা মিঠা কাকলি যেতিয়া বন্ধ হৈ যায় তেতিয়া ভাঁহি আহে পাহাৰখনৰ বুকুত ফুলা বনৰীয়া ফুলৰ মিঠা সুবাস।

আৰু?

সেইখন পাহাৰৰ মাজৰ পৰাই সিহঁতৰ ছাত্ৰাবাসটোৰ চৌহদৰ পথাৰখনলৈ কেতিয়াবা কেতিয়াবা ওলাই আহে চকৰি ফেটী, গোম, কাৰ্শলা, বামুণী আদি দুই এভাল লক-বক সাপ। ছাত্ৰাবাসটোৰ চোতালখনত জঁপিয়াই ফুৰা ভেকুলীবোৰৰ দুই-এটা গৈ ছাত্ৰাবাসটোৰ তল খলপৰ কোঠাবোৰৰ ভিতৰতো ঘূৰি ফুৰে। নকৈ সজা ছাত্ৰাবাসটোৰ চালেৰে উকখি অহা বৰষুণৰ পানীবোৰ দেখি ভেকুলীবোৰে হয়তো ভাবে: আমাৰ দৰে এই ল'ৰাবোৰেও বৰষুণত তিতি-বুৰি ভাল পায় নেকি?

কেতিয়াবা কেতিয়াবা আকৌ ছাত্ৰাবাসটোত হুলস্থূল লাগে। কোনোবা ছাত্ৰই পঢ়া মেজৰ পঁৰা দৌৰি গৈ ওপৰ মহলা পায়গৈ। জীৱনৰ নিৰাপত্তা বিচাৰি হোষ্টেলৰ ভিতৰলৈ সোমাই অহা ভেকুলীবোৰৰ সন্ধানত দুই এভাল সাপো আহি কোঠাৰ ভিতৰত সোমায়। পঢ়া মেজত থকা ছাত্ৰজনক দেখি ফোঁচ-ফোঁচায়। ভয়ত পেপুৰা খোৱা ছাত্ৰজনে সন্মুখত ফেট তোলা জীয়া যমৰ পৰা ৰক্ষা পাবলৈ ত্ৰাণৰ বা ছিণ্ডি ওপৰ মহলালৈ দৌৰে।

"দুখীয়া ল'ৰাটোৱে আমাক নামাতে। ময়ো নামাতো পাই।"

মিহি মাতৰ অভিযোগ এটা তাৰ কাণত পৰে। সি উভতি চায়। চিৰিকেইটাৰ ওচৰতে থিয় হৈ আছে বিণি।

"বিণি? তুমি?" চিৰি কেইটাৰ ওচৰলৈ সি আগবাঢ়ি যায়।

"হুঃ নামাতো যোৱা। অথনিয়ে তোমাক মাতিছিলোঁ আকৌ। তুমি নামাতিলা। মোৰ জেপত কিমানটা টফি আছে জানা?"

এক সময়ৰ ছাত্ৰাবাসৰ হোষ্টেল চুপাৰৰ ছোৱালী বিণি। আঠ বছৰীয়া—মৰমলগা বিণিৰ লগত কেনেকৈ তাৰ চিনাকি হৈছিল সেই কথা আজি মনত নাই। কিন্তু বিণিক বাদ দি আজিকালি তাৰ কোনো এটা সন্ধিয়াই পাৰ হৈ যাব নোৱাৰে। নাযায়।

বহুত কথা। অলেখ প্ৰশ্ন। বিণিৰ।

সেই প্ৰশ্নবোৰৰ উত্তৰ দি কেতিয়াবা কেতিয়াবা সি ভাগৰি পৰে। আমনি লাগি যায়। তথাপি প্ৰতিটো গধূলিতে বিণিলৈ সি অপেক্ষা কৰে। সেইকণ আমনিৰ কাৰণেই যেন কলেজৰ পৰা অহাৰ পিচৰে পৰা তাৰ মনটো ব্যগ্ৰ হৈ পৰে। উচ্‌পিচায়। জেপৰ মৰ্টন কেইটা পিটিকি চায়।

কেতিয়াবা কেতিয়াবা বিণি নাহে। আহিব নোৱাৰে। মাক-দেউতাকৰ সৈতে চিনেমা নতুবা গুৱাহাটীৰ কাৰোবাৰ ঘৰলৈ ফুৰিবলৈ যায়। সিদিনা তাৰ মনটো কেনেবা কেনেবা লাগে। গোটেই আবেলিটো উকা উকা লাগে। পৈ শেষ নোহোৱা আবেলিৰ সময়খিনি অসহনীয় হৈ পৰে।

প্ৰত্যেক দিনে টফি নতুবা মৰ্টন যাচি অহা অসীমক আচৰিত কৰি হঠাতে এদিন তাই কৈছিল: সদায় সদায় তুমি মোলৈ টফি আনা কিয়? সদায় টফি খালে পেলু হব নহয়? আজিৰ পৰা নানিবা আকৌ। আনিবা নেকি? আনিলেও মই নেখাওঁ হলে দেই। বেয়া পাবা নেকি?

পিচদিনা। সি আগবঢ়াই দিয়া টফিকেইটা সঁচাকৈয়ে তাই লোৱা নাছিল।

তাৰ পিচদিনাও।

এদিন দুদিনকৈ কেবাদিনো সি তাইক টফি আৰু মৰ্টন যাচি ব্যৰ্থ হৈছিল। বিস্কুট খাব নেকি সুধিছিল।

উঁহো। বিস্কুটো তাই নাখায়।

“অ’ মই দুখীয়া কাৰণে মাৰাই তোমাক টফি খাবলৈ মানা কৰিছে—নহয় বিণি?”

“দুখীয়া মানে কি অসীম দা?” তাৰ প্ৰশ্নৰ উত্তৰ দিয়াৰ পৰিবৰ্তে ওলোটাই তাই প্ৰশ্ন কৰিছিল।

সি বুজাই দিছিল: দুখীয়া মানে কি? দুখীয়া কাক বোলে।

তাৰ কেইদিনমান পিচতেই সি এটা বিশেষণৰ গৰাকী হৈ পৰিছিল: দুখীয়া। বিশ্ববিদ্যালয়বোৰে কেতিয়াবা কাৰোবাক পাণ্ডিত্যৰ বাবে দিয়া সন্মানৰ দৰে বিণিয়ে তাক দিয়া ফেল’শিপ।

তাৰ পিচত সি বহুদিন তাইৰ মুখত শুনিছিল : এ—দুখীয়া ল'ৰাটোৰেও ঘড়ী পিন্ধে পাই।

দুখীয়া ল'ৰাই জানো নতুন চোলা পিন্ধে ?

দুখীয়া ল'ৰাই নতুন জোতা পিন্ধিব নাপায় নহয়।

পুৰণি হৈ যোৱা দিনবোৰতো তাইৰ মনত সি সদায় দুখীয়া ল'ৰা হৈয়ে থাকিল। দুখীয়া ল'ৰা হৈয়ে ৰ'ল।

সিদিনাহে সি বুজিছিল : কুমলীয়া ল'ৰা-ছোৱালীবোৰৰ মনত বয়সীয়াল লোকৰ প্ৰত্যেকটো কথাই কেনেদৰে সাঁচ বাহৰায়।

অজ্ঞ পিতৃ-মাতৃবোৰলৈ তাৰ অনুকম্পা জন্মিল।

সেইবোৰ পিতৃ-মাতৃয়ে কোমলমতীয়া সন্তানসকলৰ আগত নিজৰ দুৰৱস্থাৰ কথা প্ৰকাশ কৰি সন্তানসকলৰ মন দুৰ্বল কৰি পেলায়। আৰু সেই দুৰ্বলতাৰ কাৰণেই সেইসকল শিশুৱে আনৰ আগত নিজকে সদায়-নিঃকিন্ বুলি ভাবে। সমাজৰ লগত খাপ খুওৱাত বাধা দিয়ে। অন্তৰায় ঘটায়।

"অহ্ হনা, হোটেলৰ দাইল-ভাতবোৰ আৰু খাব নোৱাৰি অ'। দাইলৰ সদায় সেই একেই টেষ্ট। মাছৰ তৰকাৰীবো যিটোহে চেহেৰা। মাছৰ নামত থিকণহে দিয়ে। ভাতকৈ খুটুৰাবোৰ সৰু কৰিব নোৱাৰে বুলিহে; পৰাহেঁতেন কিজানি…… ।"

"থ থ তোৰ লেক্‌চাৰ। ১৯৬২ চনৰ পৰাই এই দাইল-ভাতকে খাই কিমান ল'ৰা-ছোৱালী ডাক্তৰ হৈ গ'ল। ইম্‌প্ৰুভমেণ্টৰ কাৰণে কোনোৱে যত্ন নকৰিলে। এতিয়া এইবোৰ কৈ কি লাভ ?"

অৰুণাৰ কথাবাৰৰ ওপৰতে ঢমক্ দি কৈছিল ইনাই।

: তইতৰ দৰে ল'ৰা-ছোৱালীবোৰৰ কাৰণেই হোষ্টেলৰ কোনো সংস্কাৰ নহ'ল। যিহকে দিয়ে তাকে খাবি। চুপ্‌চাপ থাকিবি—মুখেৰে নামাতিবি। গতিকে ভাত-দাইলৰ সেই চেহেৰা নহৈ আৰু কি হব ? বাত্তিপুৱা চাহ নাই। আবেলি কলেজৰ পৰা আহিও সেই একেই অৱস্থা। নিজাকৈ কোনোবাই কিবা ব্যৱস্থা কৰিব পাৰিলে খাব। নোৱাৰিলে নাই। কেৱল ভাত কেইটাতে আশী টকা লয়; আৰু তাকো যিহে বান্ধে। কুকুৰ-মেকুৰীও খায় নে নাখায় সন্দেহ।

ইনাই বুজিছিল : অৰুণাৰ খং উঠিছে।

তাই মনে মনে ক'ল।

তায়ো জানে: হোষ্টেলৰ দাইল-ভাতৰ ওপৰত কাৰো ৰুচি নাই। ঘৰলৈ গৈ ঘূৰি অহাৰ পিচত কেইদিনমানলৈ সিহঁতে ভাতৰপাতত বহিয়েই উঠি আহে। খাব নোৱাৰে। কিন্তু পিচলৈ লাহে লাহে সহজ হৈ যায়। সেই দাইল-ভাতকে খায়। ক্লাছলৈ যায়। মৃতদেহ ব্যৱচ্ছেদন কৰে। ৰোগীৰ ইতিহাস লয়। অধ্যাপকসকলৰ বক্তৃতা শুনে; আৰু গালি ঢমকনি খায়।

ল'ৰাবোৰৰ হোষ্টেলতো সেই একেই অৱস্থা। পুৱা-গধূলি চাহৰ কোনো ব্যৱস্থা নাই। ৰাতিপুৱা ক্লাছ কৰিবলৈ যাওঁতে পাণবজাৰৰ পাঞ্জাব, অশোকা নতুবা কল্যাণীত সোমাই সিহঁতে চাহ খায়। আৰু আবেলি খায় দেচুৱালী হৰদেউৰ ৰেষ্টুৰেণ্টত।

মেডিকেল কলেজৰ হোষ্টেলত থকা ছাত্রবোৰৰ কাৰণে হৰদেউ দেচুৱালীৰ ৰেষ্টুৰাখন প্ৰসিদ্ধ। অমৃত ভাণ্ডাৰ।

উৰলি যোৱা খেৰৰ এটা সৰু পঁজা। তৈকুৰ ধৰা বাঁহৰ চাঁচনিৰ জপা বেৰ। সেই ভগা বেৰৰ সুৰুঙাৰে সোমাই কাঁপৰে ধৰা কুকুৰ এটাই শিংঘাত দিবলৈ ভাজি থোৱা আলুৰ কেৰাহীটোত প্ৰায়ে চেলেক মাৰে। নিমকি ভজা হেতাপাত লৈ হৰদেৱে চোঁচা লয়। উধাতু খাই কুকুৰটো পলায়। কেতিয়াবা আকৌ ব্যস্ত হৰদেউৰ অলক্ষিতে সোমোৱা কুকুৰৰ পেটত ভাজি থোৱা আলুৰ আধাখিনি শেষ হৈ যায়।

চাহ, চিগাৰেট, তামোল খাবলৈ অহা ছাত্রবোৰৰ কোনোৱা এজনেই হৰদেউৰ দৃষ্টি আকৰ্ষণ কৰে: হৰদেউ, কুকুৰে ভাজিবোৰ খালে।

পিচলৈ মুখ ঘূৰাই হৰদেৱে চিঞৰি উঠে: চেই, চেই।

আন সময়ত কিন্তু সি "চেই-চেই" বুলি চিঞৰি নুঠে।

হেতাপাত লৈ কুকুৰটোলৈ খেদি যায়। শব্দকৈ 'চেই-চেই' বুলি চিঞৰি আনৰ দৃষ্টি আকৰ্ষণ কৰাৰ মূৰ্খামি তাৰ নাই।

"সেইবোৰ ভাজিকে আমাক খুৱাবা নেকি হৰদেউ?"

গ্ৰাহক ছাত্রবোৰৰ মাজৰ পৰা বিপুলে প্ৰশ্ন কৰে।

"ৰাম, ৰাম! বাবুজী নে ক্যা বাত বোলা। এইসা কভী নেই হোগা বাবুজী। হৰদেউ এইসা আদমী নেই হ্যাই।"......

হৰদেৱে হয়তো আৰু কিবা কলেহেঁতেন। কিন্তু ছাত্ৰজাকৰ হাঁহিৰ ধ্বনিত সি স্তব্ধ হৈ ব'ল। দৃষ্টিত এটা অবুজ চাৱনি।

"হেৰৌ বিপুল; কুকুৰ শৃগাল গৰ্দ্দভৰো আত্মৰাম;
জানিয়া সবাকো কৰিবাহি প্ৰণাম।"

আন নে নাজান?"

প্ৰকাশৰ কথাত বস পাই আটাইজাকে আকৌ এবাৰ হাঁহি উঠিল। সেই হাঁহিত অপ্ৰস্তুত হৈ পৰা হৰদেউলৈ লক্ষ্য কৰি নবই চিঞৰিলে: হৰদেউ, জিলাপীত সেখোন মৰা মাখিহে, চাওঁ এইখন বদলাই দিয়া।

বিপুলে কৰ খুজিছিল: বিশ পইচা দামী জিলাপীত মৰা মাখি নোলাই হাতী ওলাব নেকি?

কিন্তু নকলে।

প্ৰায় আটাইবোৰ আয়নাভঙা মিঠাই থোৱা খো-কেচটোৰ পৰা আন এখন জিলাপী আনি হৰদেৱে নবৰ প্লেটত দি যায়হি। মৰা মাখি পৰা বুলি অভিযোগ কৰা জিলাপীখন প্লেটৰ পৰা তুলি নি মিঠাইৰ বাকচটোতে ভৰাই থয়। জিলাপীৰ কাঁহিখনৰ ওপৰত পৰি থকা মাখি কেইটা আকৌ এবাৰ ওপৰলৈ উৰে।

"বুইছ নব, আমি মিছাকেহে ডাক্তৰী পঢ়িলোঁ অ'। আমাতকৈ হৰদেউ আগতেই ডাক্তৰ হৈ বহি আছে।"

"মানে?" আক্ষেপৰ সুৰত ধীৰেনে কোৱা কথাষাৰ বুজি নাপাই নবই প্ৰশ্ন কৰে।

"হৰদেউৰ ৰেষ্টুৰেণ্টত চাহ খোৱা কোনো গ্ৰাহকৰেই যে ডায়ওবেটিচ নহয়—জান নে নাজান?"

এইবাৰ অকল নবই নহয়; চাহ খাই থকা আটাইবোৰ ছাত্ৰই ধীৰেনৰ চকুলৈ একেলগে চাই পঠিয়ালে।

"মুবুজিলি? জিলাপীৰ মিঠা চোকটো গ্ৰাহকে খাবলৈ নাপায়। মাখিয়ে চেলেকি থয়।"

ধীৰেনৰ কথাত বস পাই আটাইজাকে হাঁহি উঠে।

হাতৰ মলি আৰু তেল চিকটি লাগি মলিয়ন হৈ পৰা মিঠাইৰ খো-কেচটোৰ ওচৰতে কাপ, গিলাচ খোৱা পানী আৰু সিজোৱা চাহপাতেৰে খিণলগাকৈ লেতেৰা হৈ থকা দোকানখনৰ পৰিবেশটো দেখিলেই বমি হয় যোজে।

তথাপি হৰদেউৰ 'কেমাচ ৰেষ্টুৰেণ্টত' মেডিকেল হোষ্টেলৰ ছাত্ৰবোৰে

সদায় আবেলি চাহ খায়। খাবলৈ বাধ্য হয় আৰু তাৰ পৰিবৰ্তে সিহঁতে কঢ়িয়াই নিয়ে এমিবিক্ ডিচেন্ট্ৰিৰ জাৰ্ম। তাৰ পিচত এদিন এমিবিক্ ডিচেন্ট্ৰিয়ে ক্ৰনিক ডিচেন্ট্ৰিৰ ৰূপ লয়।

তেনেকৈয়ে মেডিকেল কলেজৰ ছাত্ৰ পৰীক্ষাৰ পিচত ডাক্তৰ হয়। ক্ৰনিক ডিচেন্ট্ৰিৰ এফেক্ট লৈ আঁতৰি যায়। পাছ কৰিব নোৱাৰাবোৰে সেইখন ৰেষ্টুৰেণ্টলৈ আকৌ আহে। চাহ খায়। নগদ খাব নোৱাৰাবোৰে বাকীৰ খাটাত লিখি থৈ যায়। হৰদেৱে আপত্তি নকৰে। কাৰণ সি জানে: তাৰ পইচা নেহেৰায়।

নাখালে যে সিহঁতৰ উপায় নাই। পৰিক্ষাৰ দোকানত চাঁহ একাপ খাবলৈ ভঙাগড় নতুবা উলুবাৰীলৈ মেডিকেল কলেজ হোষ্টেলবপৰা বহুত দূৰ।

হৰদেউৰ দোকানত অকল মেডিকেল কলেজ হোষ্টেলৰ ছাত্ৰবোৰেই চাহ নাখায়। আৰু বহুতে খায়। ঘোঁৰা গাড়ীৰ গাড়োৱান, ৰিক্সাৱালা, কুষ্ঠৰোগী; এই আটাইবোৰৰ কাৰণেই হৰদেউৰ ৰেষ্টুৰেণ্টৰ দুৱাৰ উন্মুক্ত। অৱশ্যে কলেজ হোষ্টেলৰ ছাত্ৰজাক অহাৰ আগে আগে সেইসকল গ্ৰাহক আঁতৰি যায়। হৰদেৱে আঁতৰাই পঠিয়ায়।

সেইখন দোকানত চাহ খাবলৈ খিণ কৰা নবই প্ৰথমতে কেইদিনমান বৰ বৰ বক্তৃতা দিছিল। কি বেমাৰৰ জাৰ্ম কিমান দিনলৈ জীয়াই থাকে—অধ্যাপকৰ মুখত ক্লাছত শুনা কথাবোৰেৰে নিজৰ পাণ্ডিত্য জহাই ফুৰিছিল। ইলেক্ট্ৰিক হিটাৰ, চাহ-চেনি—হৰলিক্স, ভিভা আনি কেইদিনমান হোষ্টেলতে নিজে বনাই খাইছিল।

কিন্তু সেই ব্যৱস্থা নবহ দিন নিটিকিল। আগদিনাখন আনি থোৱা চাহ, চেনি, ৰুটি, মাখন আৰু বিস্কুটৰ পেকেট পিচদিনাখনলৈ উদং হৈ থাকে। ইলেকট্ৰিক হিটাৰ বিচাৰি নাপায়।

অৱশেষত এদিন চাহ-চেনি, ৰুটি-মাখনৰ ভঁৰাল সুৰক্ষিত কৰাৰ ব্যৱস্থা হ'ল। হোষ্টেলৰ বেৰৰ লৈতে সংযুক্ত মিট্‌চেফৰ লেখীয়া বাকচটোত এটা প্ৰকাণ্ড গড্‌ৰেজ তলা ওলমিল।

পিচদিনা আবেলি।

কলেজৰ পৰা আহি কেটলিত পানী ভগতোৱা নবই বাকচটো খুলি আচৰিত হৈ পৰিল। খঙত জলি-পকি উঠিল।

কিন্তু কি কৰিব? কাক ধৰিব?

শত্ৰুই দুৰ্গভেদ কৰি লুটি নৈ যোৱা 'টক' অক্ষুণ্ণ ৰাখিবলৈ প্ৰায় এমাহমান প্ৰচেষ্টা চলিল। নিতৌ পধুলি ভঁড়াগড়লৈ আহি চাহ, চেনি, নতুন নতুন তলা কিনে।

কিন্তু পিচদিনা আবেলি?

সেই একেই অৱস্থা। অথচ তলাবন্ধ।

অৱশেষত অগতিৰ গতি: হৰদেউ ৰেষ্টুৰেণ্ট।

সিদিনাৰ পৰা নবৰ মুখস্থ বিভিন্ন ৰোগৰ বীজাণুৰ জীৱনকালৰ বক্তৃতা বন্ধ হ'ল। আৰম্ভ হ'ল: বাহিৰৰ বীজাণু ধ্বংস কৰিব পৰা—মানুহৰ শৰীৰত থকা ৰক্তকণিকাসমূহৰ অপ্ৰতিদ্বন্দ্বী ক্ষমতাৰ বক্তৃতা। ফাইলেক্সৰ গুণানুকীৰ্তন।

ইনা-অৰুণাইতৰ দৰে ছাত্ৰীবাসৰ আৰু বহুতেই দৰ্মহা খোৱা বামুনি কেইটাই ৰান্ধি দিয়া ভাত-দাইলৰ সমালোচনা কৰে। আমুৰাই দেখুৱায়। কিন্তু ছাত্ৰবোৰে হোষ্টেলৰ বন্ধা-বঢ়ালৈ কেতিয়াও আলোচনা নকৰে। কাৰণ সিহঁতে জানে: আলোচনা কৰি একো লাভ নাই। সমগ্ৰ 'চিষ্টেম'টোৱেই 'মেকানিকেল'। গতানুগতিক। ইয়াৰ পৰিবৰ্তন নহ'ল; নহবও।

দাইলত বাৰিষাৰ ব্ৰহ্মপুত্ৰ আৰু তৰকাৰীৰ বং দেখি সিহঁতবো খং উঠে। পেটৰ ভোক পলায়। খঙত বামুনি কেইটাক মৰিয়াবৰ মন যায়। প্ৰথমতে দুদিনমান সমীৰে দুজনমানক মৰিয়াইছিলো।

: বৰ্মন, তৰকাৰীবোৰ অলপ ভালদৰে নাৰান্ধে কেলেই? সদায় সদায় দাইলসোপা ব্ৰহ্মপুত্ৰৰ পানী নকৰিলে নহয় নেকি? বজাৰত সদায় পানীলাও আৰু অমিতাহে ওলায়নে?

সমীৰৰ কথা শুনি বৰ্মনে ভোৰ-ভোৰাইছিল।

"কি কৈছে বৰ্মন?" বুলি সোধাত মুখে মুখে উত্তৰ দিছিল।

"ঘৰত কি খায় আমি জানো দিয়ক। ইয়ালৈ আহি ফুটনি কৰিলে কি হব?"

বৰ্মনৰ কথা শুনি সমীৰৰ সহ্য নহ'ল।

খোৱাপাতৰ পৰা উঠি গৈ ভাতৰ হাতেৰেই বৰ্মনৰ গালত শোধাইছিল এটা কাণতলীয়া চৰ। চৰ খাই মাটিত পৰি যাব খোজা বৰ্মন কথমপিহে থিয় হৈ ৰ'ল। দ্বিতীয় চৰটো মাৰিবলৈ হাত দঙা সমীৰক কেইজনমানে গৈ ধৰিমেলি আনিলতহে পৰিস্থিতি শান্ত হৈছিল।

কিন্তু হোষ্টেলৰ ভাত-তৰকাৰীৰ অৱস্থা একেই থাকিল। এদিনে ঘটনাটো চুপাৰক জনোৱাত চুপাৰে গৈ জনাইছিল কলেজ অধ্যক্ষক। তাৰ পিচদিনা সমীৰৰ নামত অধ্যক্ষৰ ৱাৰ্ণিং লেটা ইচু হ'ল। ব'ৰ্ডাৰবোৰক সাৱধান কৰি অধ্যক্ষৰ স্বাক্ষৰিত সাৱধানী পত্ৰ নটিচ ব'ৰ্ডত ওলমিল।

তাৰ পিচৰ পৰা বৰ্ডাৰচামে কেতিয়াও ওজৰ-আপত্তি কৰা নাই। নকৰে। ৰান্ধনিবোৰৰ অবাধ স্বাধীনতাত ডাইলত আৰু পানী বাঢ়িল। ভুৰা-তেতেলী নিসিজা হ'ল। মাছ আৰু মাংসৰ টুকুৰাবোৰ সৰু হৈ তাতকৈ আৰু সৰু কৰিব নোৱাৰা হ'ল। তৰকাৰী আৰু ডাইলৰ নিয়ম হালধীৰ পৰিমাণে অসমৰ ৰেল কেইখনক অনুসৰণ কৰিলে।

ভোজনবিলাসী বৰ্ডাৰ কিছুমানে নিৰুপায় হৈ ভঙাগড়ৰ পৰা নিজৰ ধৰীয়াকৈ জলকীয়া নতুবা পিয়াজ কিনি আনে। ভাতৰ ঘণ্টা পৰিলে এটা পিয়াজ অথবা দুটা জলকীয়া হাতত লৈ ডাইনিং হললৈ খোজ লয়।

এয়া মেডিকেল হোষ্টেলৰ গতানুগতিক নিয়ম। বহুদিনীয়া পুৰণি প্ৰথা।

আৰু সমীৰ?

গুৱাহাটী মেডিকেল কলেজ হোষ্টেলৰ আটাইতকৈ পুৰণি ছাত্ৰ সমীৰ এটা অদ্ভুত চৰিত্ৰ। মেডিকেল কলেজলৈ অহা বহু বছৰ হ'ল। একেলগে পঢ়া বহুতো ছাত্ৰ ইতিমধ্যে ডাক্তৰ হৈ ওলাই গ'ল। সিঁহতৰ কোনোবাই এতিয়া প্ৰ্যাক্‌টিছ কৰে; কোনোবাই চাকৰি।

এইখন কলেজত এটা পুৰণি বদনাম আছে। কোনো এটা পৰীক্ষাতে কোনো ছাত্ৰই প্ৰথমৰ পৰা তৃতীয়লৈ পজিচন পোৱা নাই। নাপায়। সেইবোৰ পজিচন ছোৱালীবোৰে সদায় অধিকাৰ কৰি আহিছে।

প্ৰথম দুবছৰত ছোৱালীবোৰৰ পিচতে পজিচন এটা লৈ পৰীক্ষা পাছ কৰা সমীৰৰ হঠাতে কি হ'ল—সিও এক ৰহস্য। তৃতীয় বাৰ্ষিকৰ পৰা চোকা ছাত্ৰ সমীৰৰ জীৱনলৈ পৰিবৰ্তন আহিল।

তাৰ কাৰণ কোনোৱে নাজানে। সিও কাকো কোৱা নাই। তেতিয়াৰ পৰাই সি অকলে ঘূৰি ফুৰে; মাৰপিট কৰে। মদ খাই দিনৰ দিনটো বিছনাত শুই থাকে। কমনেটে ক্লাছ কৰাৰ কথা কলে গেঙেৰি দিয়ে। সন্ধিয়া ওলাই গৈ হয় চিনেমা চায়; নহলে ৰিক্সাৱালা নতুবা ক'লাবজাৰত চিনেমাৰ টিকেট বিকা কোনোবা দালালৰ লগত মাৰপিট কৰে। বাকী দুপৰত হোষ্টেললৈ ঘূৰি আহে।

সাহসী সমীৰে মৃত্যুক 'একৰম' ভয় নকৰে। 'হাইকোৰ্টৰ এডভোকেট' হিচাপে নাম বিচাৰে। মদ খাই যিহকে তিহকে বলকি থকা গোমোঠা স্বভাৱৰ সমীৰক হোষ্টেলৰ সকলোৱে ভয় কৰে। জুনিয়ৰবোৰে কৰে শ্ৰদ্ধা। সিও নিজৰ ভাইৰ দৰেই সিহঁতক মৰম কৰে। হেজাৰ মদৰ বাগীতো জুনিয়ৰ ছাত্ৰবোৰৰ আগত সি কেতিয়াও অসংযত নহয়। প্ৰলাপ নবকে।

বিপুলহঁতে কেতিয়াবা কেতিয়াবা তাক সোধে: বাৰু সমীৰদা, আপুনি মদ খাই কিয়?

সিহঁতৰ প্ৰশ্নত হঠাতে সি গম্ভীৰ হৈ যায়। নবহঁতৰ চকুলৈ একেথিৰে কিছু সময় চাই থাকে। মৌন মুহূৰ্তকেইটাত তাক দুনাই প্ৰশ্ন কৰাৰ সাহস সিহঁতৰ নহয়।

"মই মদ খাওঁ কিয়? তোমালোকে শুনিব খুজিছা নহয় নব? কম বাৰু দেই। কিন্তু আজি নহয়। আন এদিন।"

নব-বিপুলহঁতে সেই আন এদিনলৈ অপেক্ষা কৰি বৈ থাকে। কাৰণ: সিহঁতে জানে সমীৰক অনুৰোধ কৰি লাভ নাই। তাৰ মন গলে সি নিজেই কব। সিহঁতৰ অনুৰোধে সমীৰক টলাব নোৱাৰে। কিন্তু সিহঁতে নাজানে সমীৰৰ সেই দিনটো কেতিয়া আহিব।

## ॥ চাবি ॥

আকাশীতৰা।

আকাশীতৰা অকল আকাশীতৰাই নহয়; আকাশীতৰা বৰৰা।

সিদিনাৰ ঘটনাটোক কেন্দ্ৰ কৰি তিনি নম্বৰ হোষ্টেলত উথল-মাথল লাগিল। ইনা, অৰুণা, বন্দনা, পাপৰি, বনলতাহঁতৰ সন্মুখত মেলি লোৱা চাৰ্জাৰি, মেডিচিন, পেথোলজিৰ শকত শকত কিতাপবোৰ কেইদিনমানলৈ বন্ধ হৈ গ'ল। ইনা, অৰুণিমা, অৰুন্ধতী, বন্দনাহঁতৰ দৰে আৰু বহু কেইজনীয়ে নিজৰ কোঠালী আৰু পঢ়া মেজ এৰি অৰুণাহঁতৰ কোঠাত খুপ খালেহি। মেজ, বিছনাত জুম বান্ধি বহি লোৱা বনলতাহঁতে নতুন সময় পাই কেইদিনমানৰ কাৰণে হোষ্টেলৰ বন্ধা-বঢ়াৰ কথা আলোচনা কৰিবলৈ পাহৰি গ'ল। অৰুণাই পাহৰি গ'ল: প্ৰত্যেকজন অধ্যাপকৰ ইংৰাজী উচ্চাৰণ আৰু হাতৰ অঙ্গি-ভঙ্গিৰে দেখুৱা কেৰিকাচাৰ।

কিন্তু জুৰি?

জুৰি সদায় ব্যতিক্ৰম।

"জোলোঙাৰ ম্লেকুৰী ইমান সোনকালে ওলাই পৰিব বুলি ভবাই নাছিলোঁ অ' বন্দনা। তাতেহে তাইৰ ইমানটো ভেম।"

"এৰা, অলকৰে ভাগ্য দেও। লাখপতি শহুৰ পাব।"

"মই হলে বিশ্বাস নকৰোঁ বুইছ অৰুণা! আমাৰ নিচিনাবোৰক তাই পাত্তা নিদিয়ে। তেনেস্থলত গাৰ্ৰ্যৰ পৰা অহা ভাল পেণ্ট এটা লব নোৱাৰা অলকক তাই ভাল পাব? মিছা কথা।"

"থ, থ, তোৰ যুক্তি। নহলে 'আত্মা' আইদেউ তেজ দেখিলেই মূৰ্চ্ছা যোৱা ছোৱালী নহয় দেও। চাৰ্জাৰি ৰুমত তাই কিমানটা অপাৰেচন এটেণ্ড কৰিছে। এদিনলৈকে মূৰ্চ্ছা নগ'ল।..."

"আৰে পাহৰি গলি নেকি ?

—প্ৰেম মানে না জাত ;
ভোক মানে না ঝুঠা ভাত।
ঘুম মানে না শ্মশান কী ঘাট ;
পিয়াস মানেনা ধোবীকা ঘাট ॥

—গৰীব দুখীয়াৰ বিচাৰ কৰি প্ৰেম নজন্মে ; বুইছ ? ধৰি ল,—অলক ধোবীকা ঘাট।"

অৰুণাই আৰু কিবা কলেহেঁতেন। কিন্তু তাইৰ কথা শেষ নৌহওঁতেই কৈ উঠিল ইনাই।

আকাশীতৰাক সিহঁতে নাম দিছে—'আতৰা' বাইদেউ।

কাৰণ তাই সিহঁতৰ লগত মিলিব নোখোজে। সিহঁতক এৰাই ফুৰে দেউতাকৰ আভিজাত্যৰ অহঙ্কাৰ বোজাই ৰখাত তাই সদায় সচেতন।

হোষ্টেলত থকা আকাশীতৰাই হোষ্টেলৰ 'মেছডিউচ' দিয়ে। কিন্তু নাখায়। দেউতাকৰ এম্বেচেডাৰ কাৰত উঠি আয়া এজনীয়ে ঘৰৰ পৰা আনি 'খানা' দি যায়। অসমীয়া ভাত-তৰকাৰীবোৰ হেনো তাই খাব নোৱাৰে। বমি হয়। সেই কাৰণে বিভিন্ন সময়ত বিভিন্ন 'ডিছ' আহে। দুপৰীয়া যদি 'ইংলিছ ডিছ ; ৰাতি ফ্ৰেঞ্চ নতুবা ৰাচিয়ান ডিছ।' অৱশ্যে সেই ডিছবোৰত মচুৰ ডাইলৰ পানী, চুকা শাকেৰে ৰন্ধা চিতল মাছৰ কলঠি ; আৰু অমিতাৰ খাৰ থাকে নে নাথাকে তাইহঁতে নাজানে। জানে তাইৰ ৰুমমেট বিজ্ঞাই। বিজ্ঞা খৃষ্টান ছোৱালী। দেউতাক খাছিয়া জয়ন্তীয়া পাহাৰৰ বিবাট এলেকা এটাৰ চিয়েম।

বিজ্ঞাই কিন্তু তাইৰ খোৱা-বোৱা সম্পৰ্কে কোনো দিনে কাৰো আগত একো নকয়। গতিকে আকাশীতৰাৰ 'ইংলিছ-ডিছত' নিজিজা মূলাৰ ঠাবিৰ 'কাৰী' দিলেও সিহঁতে জনাৰ উপায় নাই।

আকাশীতৰা 'লোকেল' ছোৱালী।

ফিয়েট এখন লৈ তাইৰ ওচৰলৈ 'টিপ-টপ' ডেকা এজন সপ্তাহত কেবাবাৰো আহে। পশ্চিমীয়া আদব-কায়দাত কথা কোৱা সেইজন মোমায়েকে তাইক আকাশীতৰা বুলি মাতে। মাত্ৰে : আৰা।

কেতিয়াবা কেতিয়াবা মাকজনীও আহে। হাতত কেক, বিস্কুট, কটী-মাখন আৰু জাম-জেলিৰ বৰ বৰ একোটা পেকেট। সেইজনী মাকক

কিন্তু তাইক আকাশী নতুবা আৰা বুলি মাতিছে। যাকৰ আমাত তাই ঃ বেৰী।

কাৰোবা কাৰোবাক তাই কোৱা কথাৰ পৰাই সিহঁতে জানিছিল ঃ সেই ডেকাজন তাইৰ আৰু'ল। মোমায়েক।

বিশ্বাস অবিশ্বাসৰ দোমোজাত সন্দেহ কৰিছিল· যদিও আকাশীহঁতৰা আৰু সেই ডেকাজনক লৈ সিহঁতে মুখৰোচক কাহিনীৰ সৃষ্টি কৰিব পৰা নাছিল।

কিন্তু সিদিনাৰ ঘটনাটোৱে সিহঁতক নতুন খোৰাক দিলে।

হোষ্টেলৰ ছাত্ৰীআকৰ মাজত তল ওপৰ লাগিল। প্ৰত্যেকজনীৰ বিভিন্ন অভিমত। যুক্তি তৰ্ক।

অৱশেষত দিন পুৰণি হোৱাৰ লগে লগে সেই উৎকণ্ঠা লাহে লাহে কমি আহিল। আৰম্ভ হ'ল ইজনীয়ে সিজনক লৈ কৰা বক্ৰোক্তি। হাঁহি-মেমালি।

"পিচে পাপৰি, মিষ্টাৰৰ চিঠি-পত্ৰ পাইছ নে নাই?"

"এৰা পাই, চকুৰ আঁতৰ হলে মনৰো আঁতৰ হয়।"

"চাবি আকৌ—পখী উৰি যাব।"

"প্ৰবাল তেনেকুৱা ল'ৰা নহয়—বুইছ। পাপৰিৰ চিলেক্‌শ্যন কোনোদিনে ভুল হব নোৱাৰে।" নহলে তাই নিতৌ 'ক'বগেট-মিনট'ৰ খোপা এটা মেজত নথয়।

প্ৰবালক লৈ সিহঁতৰ ঠাট্টা-মস্কৰাত পাপৰি গম্ভীৰ হৈ পৰে। কৃত্ৰিম খং দেখুৱাই আঁতৰি যায়।

"এৰা বন, তোমাৰে ভাল পাই। প্ৰবাল-পাপৰিহঁতৰ দৰে দূৰে দূৰে নাথাকি ওচৰে ওচৰে আছা। তিনি আৰু এক নম্বৰ হোষ্টেলৰ মাজত কিমাননো দূৰ? তদুপৰি ক্লাছলৈ আহোঁতে-যাওঁতে সদায় দেখা-দেখি তো হয়েই।"

পাপৰি উঠি প'লত বন্দনাই আক্ৰমণ কৰিলে বনক।

নিমাত বনই কিবা এবাৰ কব খুজিছিল। কিন্তু নকলে। মৌন হৈ ৰ'ল।

সেই সময়তে আক্ষেপ কৰি অৰুণাই কৈ উঠিল ঃ তহঁতে নো কেনেকৈ ভাল পাব পাৰ? ভিজেক্‌শ্যন ৰুমত মমাশবোৰ কাটিকুটি অহাৰ পিচত মানুহৰ দেহটোৰ প্ৰতি তহঁতৰ মনত কি চাৰ্ম জন্মে কৰ নোৱাৰো। আমিহে কাকো ভাল পাব নোৱাৰিলো পাই।"

"এই অৰুণা, তই দেখোন সমীৰৰে প্ৰেমত পৰিব পাৰ অ'। এবাৰ বয় ৰবি নাচাৰ কেলেই?"

"কি কলি? সেই দস্যুটোক মই ভাল পাম?" অৰুণাই গৰ্জি উঠিল।

দস্যু নহয়; বুইছ। একদম খাটি সোণ। তাৰ দৰে বাইট ল'ৰা খুউব কম আছে।"

ইনাই প্ৰতিবাদ কৰে। সুযোগ পাই অৰুণাই ওভোতাই ইনাক আক্ৰমণ কৰে: এবা তাকে ক। খাটি সোণ যেতিয়া বিচাৰি পাইছই তেন্তে আৰু চিন্তা কিহৰ? প্ৰয়োজন হলে তোৰ হৈ আমিয়েই সমীৰদাক প্ৰস্তাবটো দিম দৈগে। এদিন ওলাবি অ' বন্দনা।"

তাৰ পিচত সেইবোৰো এদিন পুৰণি হৈ যায়। পঢ়া মেজত মেডিচিন, পেথ'লজি, ছাৰ্জাৰীৰ কিতাপ মেল খায়। কাবোবাৰ চুলিত মৰা হেয়াৰ পিন হেৰায়। লেক্‌মি বটলৰ আধাখিনি ক্ৰীম্ নাইকিয়া হয়। ইজনীয়ে সিজনীক কথা লগায়। ফুচ্‌ফুচীয়া মেল পাতে। কিন্তু সমূহীয়া নহয়।

ছাত্ৰীবাসলৈ আকৌ আগৰ ৰূপ ফিৰি আহে।

এটা গতানুগতিক জীৱন যাত্ৰা। মেকানিকেল।

শনিবাৰ।

অপেক্ষাকৃত এটা বৰ মৰমৰ আবেলি।

ওৰে সপ্তাহটো ব্যস্ত থকা মেডিকেল কলেজ হোষ্টেলৰ ছাত্ৰ-ছাত্ৰীবোৰে এই আবেলিটোলৈ বৰ আগ্ৰহেৰে অপেক্ষা কৰে। গতানুগতিক যান্ত্ৰিক অথচ ব্যস্ত জীৱন এটাৰ পৰিবৰ্তন বিচাৰে। মুক্তি বিচাৰে।

কিন্তু ৰবিবাৰ?

বন্ধ থাকিলেও সেইদিনটোলৈ শনিবাৰৰ আবেলিটোৰ দৰে সিহঁতৰ সিমান আগ্ৰহ নাই। ৰবিবাৰে সিহঁতৰ বহুত কাম। কাপোৰ ধোৱা, পঢ়া মেজ, কোঠালী আদি পৰিস্কাৰ কৰাৰ উপৰিও এসপ্তাহে পাল মাৰি খোৱা গাটোও ৰহি-পিহি ধোৱাৰ বাবে সিদিনাই সিহঁতে অকণ সময় পায়। গা-মূৰ ধুই ভাত-পানী খাওঁতে বেলি ভালেমান হয়।

ভাত খোৱাৰ পিচত সিহঁতৰ ভাগৰ লাগে। কলৈকো ওলাই যোৱাৰ আগ্ৰহ নাথাকে। বিছনাখনত দীঘল হৈ অকণমান জিৰণি লয়। টোপনি যায়।

সন্ধিয়া বিছনাৰ পৰা উঠি ভড়াগৰুৱৈ আছে। চৌপনিম জড়তা ভাঙিবলৈ চাহ একোকাপ খায়। তাৰ পিচত আৰম্ভ হয় সপ্তাহটোৰ বাবে প্ৰস্তুতি ;- ব্যস্ততা। চাই ক্লিক অৰ্ডাৰত ঘূৰা এটা যান্ত্ৰিক জীৱনৰ আৱৰ্তণি।

কিন্তু শনিবাৰৰ আবেলিটোৱে যেন পিইতলৈ কঢ়িয়াই আনে এটা মুক্ত জীৱন। কলেজৰ পৰা আহিয়েই ছাত্ৰ-ছাত্ৰীবোৰ আবেলিতে কেনিবা ওলাই যায়। কোনোবা যায় চিনেমালৈ। কাৰোবাৰ মাৰ্কেটিং থাকে। আৰু কোনোবা কোনোবা যায় গুৱাহাটীতে থকা মাহী-পেহী—মামা-মামী আৰু বাইদেউহঁতৰ ঘৰলৈ। কিছুমানে আকৌ মুক্ত জীৱনৰ সোৱাদ বিচাৰি গান্ধী মণ্ডপ ; শৰাইঘাট দলং নতুবা জালুকবাৰী পায়গৈ।

ডিচেম্বৰ মাহৰ এটা শনিবাৰৰ আবেলি।

ছাত্ৰাবাস কেইটা নীৰৱ। নবকাচলৰ বুকুত থিয় হৈ থকা পকী দালান-কেইটাত মৰিশালিৰ নিস্তব্ধতা। চৌদিশ নিমাও মাও।

অকলে অকলে কোঠাটোতে সোমাই থকা প্ৰকাশৰ ভাল লগা নাছিল। নিজকে বৰ অকলশৰীয়া অকলশৰীয়া যেন লাগিল। জোতাযোৰ ভৰিত সোমাই হোষ্টেলৰ পৰা ওলাই আহিছিল। কোনো উদ্দেশ্য নাই। লক্ষ্যহীন।

পাণবজাৰত ভেতিয়া সন্ধিয়া নামিছে। সদায় নামে।

চিকাৰী মেকুৰীৰ দৰে চুপি চুপি আগবাঢ়ি অহা পাতল অন্ধকাৰজাকক ইতিকিং কৰি জ্বলি উঠিছে অসংখ্য বিজুলী চাকি। নিয়ন লাইট। তথাৰ দীপালী।

সেই একেই পৰিবেশ। অ'ত ত'ত ডেকা ল'ৰাৰ জুম। কাষেৰে পাৰহৈ যোৱা কৰ্মব্যস্ত নাগৰিক সমদল। সন্ধিয়াৰ লগে লগে প্ৰাণ পোৱা বিজুলী চাকিবোৰৰ তিৰবিৰণিৰ লগত প্ৰতিদ্বন্দ্বিতা কৰি তথাকথা ব্ৰাদাৰ্ছ, সঙ্গীতা আৰু বেভিঅ' কোনিকচৰ পৰা ভাঁহি অহা প্ৰাচ্য আৰু পাশ্চাত্য সঙ্গীতৰ বুজা-নুবুজা সানমিহলি সুৰ। বিশৃঙ্খল। এই সুৰবোৰ ডেকা ল'ৰাবোৰে শুনি ভাল পায়। কাণপাতি শুনে। অৰ্থাৎ নিজকে সঙ্গীতপ্ৰেমী বোলাবলৈ কাণপাতি শুনাৰ অভিনয় কৰে। ৰবি শংকৰৰ চেতাৰৰ ধ্বনি শুনি বাওঁহাতৰ পিঠিত সোঁহাতেৰে কোনোবাই তবলা বজায় ; কোনোবাই মধ্যমা আৰু বৃদ্ধ আঙুলিৰে টিলিকি মাৰে। দুই-এজনে সঙ্গীতৰ তালে তালে মুৰ হেলাই দুলাই খোজ কাঢ়ে। কিন্তু সেইবোৰ ডেকাৰ সৰহভাগেই সুৰৰ তাল-মান একো

হুমুজে ; বুজি নাপায়। হুবহু মৌ-চাকত মুহু আবিৰলৈ অহা প্ৰায় আটাইবোৰ ছাত্ৰৰ দৃষ্টিয়ে বাজপথৰ কাষেৰাক বিচাৰি ফুৰে। কাষেৰে পাৰ হৈ যোৱা গাভৰু ছোৱালীবোৰৰ আবদ্ধ অথচ অবাধ্য অংশবোৰত খোপনি পোতে। গুনাই-গুনাই বিহু গীতৰ কলি আওৰায়। সস্তীয়া হিন্দী ছবিৰ বচন মাতে। বাজেশ খান্না-দিলীপকুমাৰক অনুকৰণ কৰি খোজ কাঢ়ে। মাক-দেউতাকৰ লগতে ফুৰিবলৈ অহা ছোৱালী কেইজনীৰ দেহৰ আটাইবোৰ তেজ আহি গাল আৰু মুখত খূপ খায়। লাজলগা অস্বাস্থ্যকৰ পৰিবেশটো অতিক্ৰম কৰিবলৈ ক্ষিপ্ৰ খোজেৰে সিহঁত সন্মুখলৈ আগবাঢ়ে। মাক-দেউতাকবোৰেও ডেকা-জাকৰ হাঁহি আৰু কক্ষপাত উক্তিবোৰ শুনিও যেন নুশুনে।

প্ৰকাশৰ ভাল নালাগিল। নিজৰে বৰ লাজ লাজ লাগিল। হোষ্টেললৈ ঘূৰি আহিব খুজি পুলিচ পইণ্টটোৰ ওচৰত হঠাতে সি থমকি ৰ'ল। সন্মুখৰ টেবুলত চাহৰ কাপলৈ মহামায়াত বহি থকা মানুহজাকক দেখি সিও চাহ একাপৰ প্ৰয়োজন বৰকৈ অনুভৱ কৰিলে।

তাৰ পিচত ভৰি দুখনে তাৰ অজ্ঞাতেই তাক মধুমিতালৈ আগবঢ়াই নিছিল।

মধুমিতাৰ মজিয়াত থিয় হৈ প্ৰকাশে চাৰিওফালে এবাৰ দৃষ্টি বুলাই নিলে। আটাইবোৰ চকী-মেজ বিভিন্ন কলেজৰ ছাত্ৰ-ছাত্ৰীবোৰে অধিকাৰ কৰি বহি আছে। সিহঁতৰ কিছুমানৰ সন্মুখত চপ-কাট্‌লেটৰ প্লেট আৰু ধোঁৱা উৰি থকা চাহৰ কাপ। কিছুমানৰ সন্মুখত হয়তোবা একোকাপ শুদা চাহ নতুবা লগত এটা শিংৰা অথবা এখন জিলাপী। আৰু কিছুমানে চাহ খাই অতাই এনেয়ে বহি আছে ; সিহঁতৰ মুখত বিভিন্ন ব্ৰ্যাণ্ডৰ জলন্ত চিগাৰেট। দুই এজনে সন্মুখৰ টেবুলখনত তবলা বজাই লুকাই লুকাই চাৰিওফালৰ ছোৱালী-বোৰলৈ চোৱাত ব্যস্ত।

প্ৰকাশ ওলাই আহিব খুজিছিল। কিন্তু ঠিক সেই মুহূৰ্ততে তাৰ চকুত পৰিল পাতল আন্ধাৰ চুক এটাত খালি হৈ পৰি থকা এজনীয়া এটা চিট আৰু এখন সৰু টেবুল। সি গৈ সেই চকীখনতে বহিল। বয়টোক চিঞৰি চাহ একাপ দিবলৈ কলে। তাৰ পিচত জেপৰ পৰা চিগাৰেটৰ পেকেটটো উলিয়াই শেষ চিগাৰেটটো হাতত লৈ আকৌ এবাৰ সি চাৰিওফালে দৃষ্টি বুলাই নিলে। কিন্তু এখনো চিনাকি মুখ তাৰ চকুত নপৰিল।

ইতিমধ্যে ৰুমটোত জ্বলাই দি থোৱা বাল্বটোৰ পোহৰত তাৰ টেবুলখনো আনবোৰ টেবুলৰ দৰে উজ্জ্বল হৈ পৰিছে।

চিগাৰেট জ্বলাই দিয়াচলাই কাঠিটো পেলাবলৈ এচ-ট্ৰে বিচাৰি ঘূৰা তাৰ চুচকুত পৰিছিল: অলপ দূৰৰ মেজখন আগুৰি বহি আছে চাৰিজন কলেজীয়া ছাত্ৰ। সিঁহতৰ মনবোৰ বিষণ্ণ—ভাৰবীয়া।

"তই বাৰু কি ভাব বিকাশ?"

"মই একো ভবা-চবা নাই। একো কৰও নোৱাৰিম বুইছ। মোতকৈ ৰবং তইহে বেছি জনা উচিত। পোষ্টমৰ্টেমৰ ৰিপ'ৰ্টত কি পালে? পইজন কেচ নেকি?"

"পোষ্টমৰ্টেম ৰিপ'ৰ্ট এতিয়াও পোৱা নাই। কিছুমানে সন্দেহ কৰিছে মাৰ্ডাৰ কেচ। কিন্তু সৰহ ভাগৰে ধাৰণা মাৰ্ডাৰ নহয়—চুইচাইড্ কেচহে।"

"সি ক'ৰবাত লাভ-চাভত পৰিছিল নেকি অ' অকণ?"

"বাদ দে সেইবোৰ। বুইছ দোস্ত, যি হ'ব হৈ গ'ল। সেইবোৰ খুচৰি এতিয়া আৰু লাভ নাই। মৰাজন মৰিয়েই গ'ল। এদিন তয়ো মৰিবি। ময়ো মৰিম। মেন ইজ মৰটেল।"

"তই যাতা-বে। ক্লাছৰ ল'ৰাজন মৰিছে; অথচ তোৰ অকণো চিম্পেথী নাই।"

"আই হেট চুইচাইড। জান—দুৰ্বল মানুহবোৰেহে চুইচাইড কৰে।"

চুইচাইড। মানে আত্মহত্যা।

এবা সিও এই শব্দটোক বৰ ঘিণ কৰে।

ল'ৰা কেইজনৰ মুখত চুইচাইড শব্দটো শুনি হঠাতে সি অন্যমনস্ক হৈ পৰিল। নয়নজ্যোতিলৈ মনত পৰি মনটো কেনেকি গ'ল। গধুৰ হৈ পৰিল।

এক নম্বৰ ছাত্ৰাবাস।

ৰুম নম্বৰ দুশ তিনি।

এটা অভিশপ্ত কোঠালী। মেডিকেল কলেজ-হোষ্টেলৰ ছাত্ৰবোৰে অন্ততঃ সেই বুলিয়েই ভাবে। এজন ডেকাই এজনী নাৰীক নিবিড়ভাৱে ভাল পোৱাটো একো অন্যায় নহয়। সেইটোৱে স্বাভাৱিক। কিন্তু ব্যৰ্থ প্ৰেমৰ দহন জুৰাবলৈ আত্মহত্যা কৰাৰ কাহিনী অস্বাভাৱিক নহলেও তাৰ কোনো গৌৰৱ নাই।

ইঞ্জিনীয়াৰিঙৰ প্ৰায় বাই কটনৰ ছোৱালীক ভাল পায়। ইউনিভাৰচিটিৰ কোনোবা ছাত্ৰৰ প্ৰেমিকা থাকে দীঘলী পুখুৰীৰ সন্দিকৈ কলেজত। কটনৰ ছাত্ৰই সেইখন কলেজৰ কোনোবা ছাত্ৰীক ভাল পোৱাৰ কাহিনীও বহুতো আছে।

সেই আটাইবোৰ প্ৰেম আৰু ভালপোৱাই সিহঁতক কিন্তু হোমৰ গুৰিলৈ টানি নিব নোৱাৰে। সেইবোৰ প্ৰেমৰ সৰহভাগেই হয়গৈ ব্যৰ্থ প্ৰেম। হা-হুতাশ আৰু চকুলোৰ মাজত এইবোৰ প্ৰেম এদিন মৰহি যায়; হেৰাই যায়। স্মৃতি হৈ জীয়াই থাকে। সেই স্মৃতিকে সুঁৱৰি কোনোবাই হা-হুমুনিয়াহ পেলায়। কোনোবাই হাঁহে। প্ৰথম যৌৱনৰ উচুলি-মুচুলিত "তোমাক নাপালে মোৰ জীৱনটোৱে ব্যৰ্থ হৈ যাব" বুলি কোৱা বহুতেই ডৰ বয়সত সেই প্ৰেমৰ কাহিনী আনৰ আগত কৈ আমোদ পায়। গৌৰব কৰে। হাঁহি হাঁহি জহায়।

কিন্তু এইবোৰৰো মূল্য আছে। এই ব্যৰ্থ প্ৰেমেই জন্ম দি যায় গণেশ গগৈ, হুৰবাইতৰ দৰে আৰু বহুতক।

নয়নজ্যোতি বৰঠাকুৰ।

সিঁও ভাল পাইছিল। নৰকাচলৰ এক নম্বৰ ছাত্ৰাবাসৰ নয়নজ্যোতিৰ আবেলি আৰু সন্ধিয়াবোৰ পাৰ হৈ গৈছিল দীঘলী পুখুৰীৰ পাৰৰ কোনোবা এখন বেঞ্চত। কাষত বৰ্ণালী। সন্দিকৈ কলেজৰ ছাত্ৰী বৰ্ণালীৰ মনৰ মাজত ৰামধেনুৰ ৰং।

বছৰ পিচলি গৈছিল।

এটা—দুটা; তিনিটা।

বৰ্ণালীৰ কাৰণে সেইটোৱে আছিল কলেজৰ শেষ বছৰ; ফাইনেল ইয়েৰ।

"ভালদৰে পঢ়া বৰ্ণালী। যেনেকৈ হওঁক তুমি পৰীক্ষা পাছ কৰিবই লাগিব।"

"চিন্তা নকৰিবা নয়ন। সন্ধিয়াবোৰ এনেদৰে কটোৱা কাৰণে তুমি হয়তো ভাবিছা: মই পঢ়া-শুনা কৰা নাই। কিন্তু ৰাতিবোৰ বহুত দীঘল নয়ন।"

"চাবা আকৌ, টোপনি ক্ষতি কৰি অসুখ নকৰিবা।"

"তুমি মোৰ কাৰণে খুউব চিন্তা কৰা; নহয় সোণটো?"

তাৰ পিচত দুটা ছায়ামূৰ্তি ক্ৰমে ওচৰ চাপি আহি এটা হৈ গৈছিল। দৃঢ় হৈ পৰিছিল সিহঁতৰ বাহুৰ বান্ধোন।

সেইহাল যুৱক-যুৱতীয়ে সিদিনা সপোন দেখিছিল: জীৱনৰ; ভৱিষ্যতৰ। এখন সৰু অথচ সুখী সংসাৰৰ।

কিন্তু সপোনবোৰ সদায় নকলিয়ায়। নিয়তিৰ সতে মানুহৰ চিৰদিনেই চলি আহিছে অক্ষয় সংগ্ৰাম।

এটা স্বাভাবিক মৃত্যু।

কিন্তু তাৰ কাৰণে সেইটোৱে আছিল অস্বাভাবিক। এদিনৰ জ্বৰতে জানো মানুহ মৰে? মৰিব পাৰে?

সেই কথা সি কল্পনাই কৰিব পৰা নাছিল।

ক্লান্ত নয়ন হেৰুওৱাৰ বেদনাত অৱশ হৈ বহি পৰিছিল।

অলপ দূৰত একুৰা নুমাই যোৱা চিতাজুইৰ ধোঁৱা। মৰিশালিখনৰ চাৰিওফালে কৰুণ আৰু অসহনীয় নীৰৱতা। মূৰৰ ওপৰত সন্ধিয়াৰ এখন মলিন আকাশ।

তলমূৰকৈ বহি পৰা নয়নে জোৰকৈয়ে সন্মুখলৈ চাই পঠিয়ালে: শ্মশানৰ বুকুত হেৰাই যোৱা বৰ্ণালীৰ চিতাজুইৰ ছাই; মৃত্যুৰ শেষ স্বাক্ষৰ। দাহন শক্তি নোহোৱা অথচ ধোঁৱাই থকা ছাইখিনিলৈ সি একেথৰে কিছু সময় চাই থাকিল। যেন তাৰ সেই দৃষ্টিয়ে চিতাভস্মৰ মাজৰ পৰা কাৰোবাক আজুৰিহে আনিব।

তাৰ পিচত জেপৰ পৰা সেন্দুৰৰ বটল এটা উলিয়াই দুহাতেৰে আলফুলকৈ সেন্দুৰখিনি ছাইবোৰৰ সৈতে মিহলাই দিছিল।

ছাই, মাটি আৰু সেন্দুৰ।

ক'লা, মাটিয়া আৰু ৰঙা। এটা অদ্ভুত মিশ্ৰণ। নাম নোহোৱা ৰং। : মই কন্দা নাই বৰ্ণা; এয়া মই হাঁহিছোঁ। তোমাৰ শিৰত সেন্দুৰৰ কেঁচা ফোঁট এটা আঁকি দিয়াৰ সময় আৰু নাপালোঁ। সেই কাৰণেই তোমাৰ সমগ্ৰ দেহত আজি সানি দিছোঁ ৰঙা সেন্দুৰৰ শোণিত ৰং। কিন্তু ইমান সোনকালে কিয় তুমি মোক ফাঁকি দি গুচি গ'লা বৰ্ণা?

তাৰ পিচত কিমান সময় পাৰ হৈ গৈছিল সি নাজানে।

কিন্তু যেতিয়া সি সচেতন হৈ পৰিছিল—আকাশত তেতিয়া অলেখ তৰাই জুম পাতিছে। পশ্চিমৰ আকাশত চতুৰ্থীৰ জোন।

"আৰে নয়ন! ক'ৰ পৰা আহিছি? তোক বিচাৰি আমি গোটেইখন হোষ্টেল হুলস্থূল কৰি ফুৰিছোঁ; অথচ তোৰ পাত্তা নাই। বল, বল প্ৰতিমা আনোগৈ। কাইলৈ সৰস্বতী পূজা। তোৰ চাগে খবৰেই নাই।"

ক্লান্ত, ধীৰ আৰু অৱশ পদক্ষেপেৰে হোষ্টেললৈ ঘূৰি অহা নয়নক দেখি বন্ধুবোৰে হুলস্থুল লগাইছিল। কোনোবা এজনে সিহঁতৰ সমদলটোৰ মাজলৈ তাক টানি নিলে।

সি কব খুজিছিল : সি নাযায়। যোৱাৰ ধৈৰ্য্য তাৰ নাই।

কিন্তু নকলে।

অৱশ দেহ, আউল-বাউল চুলি, উখহা চকু-মুখ আৰু চিতাৰ ছাই লাগি অপৰিষ্কাৰ আৰু বিশৃঙ্খল হৈ পৰা তাৰ কানি-কাপোৰবোৰ দেখিয়েই সিহঁতে বুজা উচিত আছিল : সি সুস্থ নহয়। সদ্যপ্ৰাপ্ত মানসিক আঘাতত জৰ্জৰিত।

এয়েইতো মানুহৰ জীৱনৰ অভিজ্ঞতা। ব্যস্ত পৃথিবীখনত আমি সদায় নিজক লৈয়ে ব্যস্ত থাকোঁ। আনন্দত মতলীয়া হৈ থকা আমিবোৰে তেতিয়া আনকি কাৰোবাৰ মৃত্যুত অকণমান সহানুভূতি দেখুৱাবলৈও পাহৰি যাওঁ।

"এৰা বৰ্ণালী ; তুমি ঠিকেই কৈছিলা : কৌটিকলীয়া পুৰণি পৃথিবীখনক জীৱনৰ মাথোন কেইটামান বছৰৰ অভিজ্ঞতাৰে জুখিবলৈ যোৱাতো মূৰ্খামি। বুজিব খোজাতো দুঃসাহস। তাতকৈ পৃথিবীৰ পৰা কিবা অকণমান শিকিবলৈ যত্ন কৰাই বহুত ভাল।"

কোনোবা এদিন সন্ধিয়া বৰ্ণালীয়ে তাক কোৱা কথাষাৰ মনত পৰি নিজক কোৱাৰ দৰেই সি অস্ফুট সুৰত কৈ উঠিল।

তাৰ পিচত সিহঁতৰ লগে লগে সিও আগবাঢ়িছিল।

কিন্তু তাৰ মানসিক অৱস্থাৰ বুজ লবলৈ সিহঁতৰ কোনো এজনবেই অৱসৰ নহ'ল।

চতুৰ্থী, পঞ্চমী আৰু ষষ্ঠী।

এই তিনি দিন ছাত্ৰ-ছাত্ৰীবোৰৰ গাত যেন তত নাথাকে। পূজা আয়োজনত ব্যস্ত। তাৰ পিচত বিসৰ্জন।

মেডিকেল কলেজ হোষ্টেলতো সেয়ে হৈছিল। ৰবীন, অসীম, আলতাফ, অৰূপ, বিপুল, প্ৰবীৰহঁতৰ দৰে চতুৰ্থীত আহ্বান কৰি পঞ্চমীত বন্দনা কৰা স্বাণীক ষষ্ঠীত বিসৰ্জন দিয়াৰ উলহ-মালহতেই প্ৰকাশো ব্যস্ত আছিল। সেই কেইদিন সি দেখিছিল : নয়নজ্যোতিৰ জ্যোতি যেন ক'ৰবাত হেৰাই গৈছে। চকু-মুখ ম্লান ; শেঁতা। চুলি আউল-বাউল ; ৰুক্ষ।

কিন্তু প্ৰকাশে বিশেষ গুৰুত্ব দিয়া নাছিল, ভাবিছিল : হয়তো এই কেইদিন বৰ্ণালীক লগ নোপোৱাৰ বেদনাত সি তেনেদৰে মন মাৰি আছে।

সেই কাৰণে অকলি নৰ্থলৈ হেৰাৰ চেষ্টা কৰিও নয়নজ্যোতিৰ পূজা মণ্ডপলৈ নিব নোৱাৰি বৰ্ণালীক সাণ্ডুৰি বক্রোক্তি কৰি আঁতৰি গৈছিল।

ৰতীৰ পিচতো এদিন-দুদিনকৈ কেবাদিনো পাৰ হৈ গৈছিল।

কিন্তু কেৱে নাজানিলে: হঠাতে নয়নজ্যোতিৰ কি হ'ল। . কলৈ গ'ল। সিহঁতে প্ৰতিমা বিসৰ্জন দি আহি দেখিছিল নয়নজ্যোতিৰ কোঠালীটোৰ দুৱাৰত বাহিৰৰ পৰা ওলমি আছে এটা প্ৰকাণ্ড তলা।

সিহঁতৰ ধাৰণা: সি নিশ্চয় ঘৰলৈ গৈছে। কেইদিনমান পিচত আকৌ ওলাবহি। ঘৰৰ পৰা ·টেলিগ্ৰাম পাই হঠাতে হয়তো সি তেনেদৰে গুচি যাব লগা হ'ল। বাণী বিসৰ্জনৰ কাৰণে উদং হৈ পৰা ছাত্ৰাবাসটোৰ কাকো খবৰ দিয়াৰ তাৰ সময় নহ'ল।

এদিন ৰাতি।

বাথৰুমলৈ যাওঁতে এটা বেয়া অথচ চিনাকি গোন্ধ আহি প্ৰকাশৰ নাকত লাগিছিল। কিন্তু সিদিনা সি সিমান গুৰুত্ব নিদিলে।

তাৰ পিচত ক্ৰমান্বয়ে উগ্ৰ হৈ অহা সেই গোন্ধত বৰ নোৱাৰি ছাত্ৰবোৰৰ মাজত হুলস্থূল লাগিল। গোন্ধটোৰ উহ বিচাৰি অৱশেষত আটাইবোৰ ছাত্ৰ নিশ্চিত হৈ পৰিল—বন্ধ কোঠটোৰ পৰাই সেই গোন্ধ ভাঁহি আহিছে।

প্ৰকাশ চিকাৰ খাই উঠিল। কিবা এটা আশঙ্কাত বন্ধ তলাটো এবাৰ টানি চালে। কিন্তু দুৱাৰ খোলা নগ'ল। মাথোন কঁপি উঠিল ধুনীয়া আখৰেৰে লিখি দুৱাৰত ওলোমাই থোৱা এখন নেম প্লেট। এটা নাম: নয়নজ্যোতি বৰঠাকুৰ, ৰুম নং ২০৩।

তাৰ পিচত চুপাৰ, পুলিচ আৰু চুইপাৰ। বাৰাণ্ডাত বৈ থকা অনুসন্ধিৎসু ছাত্ৰৰ জাক।

দুৱাৰ ভাঙি ভিতৰলৈ সোমাই যোৱা পুলিচে দেখিছিল: গেলি পচি যোৱা এটা মৃতদেহ। টেবুলত পেপাৰ ওৱেট এটাৰে হেঁচি ৰখা এখন চিঠি। প্ৰকাশৰ।

"প্ৰকাশ দত্ত কাৰ নাম?"

পুলিচ এছ-আই গোহাঁইৰ মাতত প্ৰকাশ আগবাঢ়ি গৈছিল।

"আপোনাৰ নাম প্ৰকাশ দত্ত?"

সি শলাগিছিল।

তাৰ পিচত গোঁহায়ে খাম এটা প্ৰকাশলৈ আগবঢ়াই দি কৈছিল : চিঠিখন আপুনি পঢ়িব পাৰে। কিন্তু আই মাষ্ট চিজ দি লেটাৰ।

কঁপা কঁপা হাতেৰে খামটো ছিৰি ভিতৰৰ কাগজখিলা সি চকুৰ আগত দাঙি ধৰিছিল :

মৰমৰ প্ৰকাশ,

জানো—তইতে কবি : মই কাপুৰুষ।

কিন্তু মোৰ কাৰণে যে উপায় নাছিল প্ৰকাশ। আজি তিনিদিনে বহুতো যত্ন কৰিছিলো। কৰিছিলো হেজাৰ চেষ্টা। ভাবিছিলো : বৰ্ণালীক পাহৰি যাব পাৰিম।

কিন্তু নোৱাৰিলো।

তইতো আমাৰ সকলো জান। সকলো কথাই তোক কৈছিলো।

বৰ্ণালী কেনেদৰে হেৰাই গ'ল—মই নকওঁ। সন্দিকৈ কলেজ হোষ্টেলত এবাৰ খবৰ ললে তই নিজেই সকলো জানিবি। কিন্তু এদিনৰ অৰত মানুহ জানো মৰিব পাৰে প্ৰকাশ ?

জীৱন জানো ইমান ঠুনুকা ?

শ্ৰীপঞ্চমীৰ দিনা ধুপৰীয়া বৰ্ণালীক লৈ তই মোক ঠাট্টা কৰিছিলি। কিন্তু তইতো নাজান : তাৰ আগতেই যে বৰ্ণালীক মই নিজহাতে শ্মশানৰ চিতাজুইৰ মাজত সেন্দুৰ সানি থৈ আহিছিলো।

থ'ক। পাৰিলে ক্ষমা কৰিবি। ৰবীন, অসীমহঁতক কবি : হতভগীয়া নয়নজ্যোতিক যেন সিহঁতে পাহৰি যায়।

অ' বিশিক্ এটা কথা কবলৈ নেপাহৰিবি দেই প্ৰকাশ : অসীমে শিকাই দিয়া তাইৰ 'নৱৌজনীক' আনিবলৈ মই আজি ঘৰলৈ যামগৈ। কিন্তু গাৱঁৰ ঘৰখনলৈ নহয়। যিখন ঘৰৰ পৰা আমি আটায়ে আহিছোঁ আৰু আটাইৰোৰ এদিন ঘুৰি যাব লাগিব—সেইখন ঘৰলৈ। আৰু কবি : মই আৰু কোনো দিনেই উভতি নাহোঁ।

যোৱাৰ আগতে মৰম আৰু কি দিম ? ইতি—

তোৰ নয়নজ্যোতি।

"বাবু, আপোনাৰ চাহচোন একেবাৰে চেঁচা হ'ল।"

বয়টোৰ মাতত সি বাস্তৱলৈ ঘুৰি আহিছিল।

মধুমিতাৰ সৰহভাগ চকি-মেজেই ভেতিয়া খালি হৈ পৰিছে। কমক

চেঁচা চাহ কাপলৈ এবাৰ চাই বিকি এটা বয়টোৰ হাতত পি গুজি দিছিল।

চেঁচা বাতি। জনবিৰল ৰাজপথ।

শিলং গুৱাহাটী পথটো পাৰ হৈ সি হোষ্টেলমুখী পথটোৰে আগবাঢ়ি আছিল। সমুখত এটা নিৰ্জন বহল পকাবাট। জনশূন্য।

বিজুলী পোহৰত দূৰৰ ছাত্ৰীবাসটোৰ লৈতে ছাত্ৰাবাসবোৰ তেতিয়া জিলিকি উঠিছে।

ছাত্ৰীবাসটো চকুত পৰাৰ লগে লগে জুবিলৈ তাৰ মনত পৰিল।

জুবিৰ কোঠাটোৰ পৰাও পোহৰ চিটিকি আহিছে।

নয়নজ্যোতি?

এবা, অকল নয়নজ্যোতিৰ দৰে অসীম, অলকহঁতেও সিহঁতৰ জীৱনৰ কথাবোৰ তাক কিয় কয় বাৰু? কি প্ৰয়োজন?

আৰু জুবি?

জুবিয়ে তাক কি বুলি ভাবে? ছোৱালীবোৰৰ কাৰো লগত মিলিব নোখোজা—নিমিলা জুবিয়ে তাৰ ওচৰত কি পালে? কিয় তাই তাক কিবা কব খোজে?

আলিবাটৰ সীমাজত বহি থকা এহাল শিয়াল-শিয়ালী তাক দেখি নামনিৰ পথাৰখনলৈ আঁতৰি গ'ল। কিন্তু তালৈ তেতিয়া তাৰ ভ্ৰূক্ষেপ নাছিল।

## ॥ পাঁচ ॥

বাতিপুৰা ৰোগী দুজনৰ মাজত লগা কাজিয়াখনৰ কথা মনত পৰি ৰবীনৰ হাঁহি উঠিব খুজিছিল। কিন্তু নাহাঁহিলে। বাছৰ পৰা উলুবাৰীত নমা ৰবীনে হাতৰ টোপোলাটোলৈ চালে। ই. এন. টিৰ ছয় নম্বৰ বেডৰ ৰোগীজনে কোৱাৰ দৰে বাকী ব'ৰ্ডাৰবোৰেও সিহঁতক হিংসা কৰিব নেকি? সিহঁত মানে—তাক আৰু অলকক?

এইবাৰ কিন্তু তাৰ সঁচাকৈয়ে হাঁহি উঠিল।

তাৰ পিচত সংযত হৈ চাৰিওফালে এবাৰ ঘূৰি চালে।

কোনোবাই দেখিলে নেকি বাৰু?

ৰাজপথত অকলে অকলে এনেদৰে হাঁহা দেখিলে মানুহে তাক কি বুলি ভাবিব?

"চাৰ, ই মোক হিংসা কৰে চাৰ। কুচুঁভীয়া বেটাৰ জীৱনোত উন্নতি নহবো।"

বাতিপুৱা 'চিক্ ছিষ্টৰী' লবলৈ যাওঁতে সাত নম্বৰ বেডৰ ৰোগীজনলৈ দেখুৱাই ছয় নম্বৰ বেডৰ ৰোগীজনে তাৰ ওচৰত অভিযোগ কৰিছিল।

"কিহে—এওঁক বোলে তুমি হিংসা কৰা?"

অভিযোগকাৰী ৰোগীজনক সন্তুষ্ট কৰিবৰলৈ এনেয়ে সি সাত নম্বৰ বেডৰ ৰোগীজনক সুধিছিল।

"কিয় হিংসা কৰিম? সি বেটাই মিছা কইছি চাৰ।"

"হেই, তেনাই কথা নকৃপি। ইখান্ চাৰৰ আগত সঁচা মাইত্ পা নবাহ্ কিয়? মিছা কৰা লাজ নাপাহ?"

"তুনি মিছা কথা কইছি এই? চালা মই না তই?"

"কিয়; মোক বেজী দেয়াওঁতে তই তেইক্তা হাহা নাছলি? এইক্তা

বিছা মাত্ৰ্বা আইছাহ্। মই পাইছু—আগেন আনি খাইছু; তাৰ কিয়া চকু পুইৰবা লাগে? মই ভাল কানি-কাপোৰ পিন্ধা সি দেখবা নবে চাৰ।"

তেনেকৈয়ে ৰোগী দুজনৰ মাজত আৰম্ভ হোৱা ওখনা-ওখানি শেষ অৱশেষত হুতাহুতিত পৰিণত হৈছিল। সিঁহতৰ কাজিয়া ভাঙিবলৈ ব্যৰ্থ হৈ জিউটিত থকা নাৰ্চজনীক মাতিবলৈ সি বাধ্য হৈছিল।

ৰোগীবোৰে জানো অকল কাজিয়াই কৰে?

কিছুমান ৰোগীয়ে আকৌ চিকিৎসক—ছাত্ৰ-ছাত্ৰীবোৰৰ লগত সহযোগ কৰিব নোখোজে। এটা এটাকৈ হিষ্টৰী লবলৈ অহা ছাত্ৰবোৰৰ প্ৰশ্নত অধৈৰ্য্য হৈ পৰে। কৰ্ক স্বৰত উত্তৰ দিয়ে। কিছুমানে টোপনি অহাৰ ভাও জুৰি শুই থাকে। উঠি-মেলি ঘূৰি ফুৰাৰ সামৰ্থ্য থকা ৰোগীবোৰে ন বজাৰ লগে লগে বিছনা এৰি আঁতৰি যায়। নদীৰ পাৰত ঘূৰি ফুৰে। বিড়ি হোপে। ছাত্ৰ-ছাত্ৰীৰ দলটো আঁতৰি যোৱালৈকে সিঁহত নদীৰ পাৰতে বৈ থাকে। মাজে মাজে হাস্পাতালৈ জুমি চায়। ছাত্ৰবোৰ আঁতৰি গলে এজন-দুজনকৈ বেডলৈ আকৌ ঘূৰি আহে।

এৰা, শিক্ষাৰ্থীবোৰেও জানো সিঁহতক কম জুলুম কৰে?

প্ৰত্যেকজন ছাত্ৰই ৰোগীবোৰক বিভিন্ন ধৰণৰ পৰীক্ষা কৰে। পেট টিপে, চকু আৰু জিভা চায়। হামাৰেৰে কোবায়।

"আজি ইন্‌জেকশ্যন্ দিছিল নে আপোনাক?"

"সেইখনতে লিখা আছে—চাওক।"

"কি নাম আপোনাৰ?"

"কৈছোঁ নহয়; তাত লিখা আছে।"

বাৰে বাৰে একেটা কথাকে সোধা ছাত্ৰবোৰৰ প্ৰশ্নত ৰোগীবোৰৰ কিছুমানে দিয়া এয়া উত্তৰৰ নমুনা।

"আপোনাৰ কি হৈছে?" কোনোবা ছাত্ৰই আন এজন ৰোগীক সোধে।

"বাপা, মোৰ পেটৰ বিষ। বিষটো উঠ্‌লি মই বৰা নক। কিবা খালিয়েই বমি হবে। পেটটো অনাবৰতে থামুছে থাকে।" বুলি বুকুত হেঁচা মাৰি ধৰে।

সিঁহতৰ হাঁহি উঠিব খোজে।

পেটৰ বিষত ভোগা ৰোগীয়ে দুহাতেৰে বুকুখন হেঁচি ধৰি যন্ত্ৰণাৰ উপশম বিচাৰে।

নগাওঁ, শিৱসাগৰ নতুবা তেজপুৰৰ পৰা অহা ছাত্ৰ-ছাত্ৰীবোৰে কামৰূপ আৰু গোৱালপৰীয়া বোগীবোৰৰ আটাইবোৰ কথা বুজি নাপায়। বুবুজে।

"এখেতে কি কৈছে [illegible]?" বুলি যোৰহাটৰ পৰা অহা ছাত্ৰজনে বৰপেটাৰ ছাত্ৰজনক সোধে।

"বুজা নাই?" বুলি বৰপেটাৰ পৰা অহা অকণে যোৰহটীয়া ছাত্ৰজনক বুজায়। লিখিত ভাষাত বুজাবলৈ গৈ এটা নতুন ভাষাৰ সৃষ্টি কৰে।

খবৰ কাগজেৰে বান্ধি অনা হাতৰ টোপোলাটোলৈ ৰবীনে আকৌ এবাৰ চালে। উলুবাৰী চ'কৰ পৰা কিনি অনা আধাকিলো মাংসৰ এটা সৰু টোপোলা।

ৰূমমেট আৰু তাৰ কাৰণে এপোৱা মাংসই যথেষ্ট। কিন্তু খোৱাৰ সময়ত সিহঁত দুজনৰ বাহিৰেও আৰু কেবাজনো আহি সিহঁতৰ লগ লয়হি। সিহঁতৰ তেতিয়া দুটুকুৰাকৈয়ো ভাগত নপৰে। সেই কাৰণেই মাংস আনিলে আধা কিলোৰ কম সি কেতিয়াও নানে।

চিৰি বগাই ওপৰলৈ উঠি অহা ৰবীনৰ বাভিপুৰাৰ ৰোগী দুজনলৈ মনত পৰি হাঁহি উঠিব খোজে। আনবোৰ ব'ৰ্ডাৰেও মাংস খোৱা দেখি সিহঁতক হিংসা নকৰে তো?

"এই ৰূমমেট; কি কৰিছ? এয়া মাংস আনিছোঁ বে।"

ৰূমমেট অলকক চিঞৰি কোঠাটোলৈ সোমাই অহা ৰবীন টেবুলখনৰ ওচৰত থিয় হৈ ব'ল। বেজী সূতাৰে ফটা শাৰ্ট এটা চিলাই থকা অলকক দেখি তাৰ মনটো সেমেকি পৰিল।

অলকৰ ঘৰৰ অৱস্থা বুজি পোৱা ৰবীনে মাজে মাজে তাৰ শাৰ্ট পেণ্টবোৰ পিন্ধাৰ কথা তাক বহুদিন কৈছিল। অনুৰোধ কৰিছিল। তাৰ শাৰ্ট-পেণ্ট বহুতো। সেইবোৰৰ যি কোনো শাৰ্ট-পেণ্ট সি ব্যৱহাৰ কৰিব পাৰে; পিন্ধিব পাৰে।

কিন্তু অলক?

হাঁহি হাঁহি সি কৈছিল: এতিয়া থ'কচোন বাৰু। প্ৰয়োজন হলে মই পিন্ধিম নহয়।

"যেৰিট কলাৰখিপটো ভই ই-বিলৈ কনভাৰ্ট কৰি নলৰ কিয় অলক?"

ৰবীনৰ কথাবাৰ শুনি অলকে তাৰ মুখলৈ চাইছিল।

অলকৰ চাৱনিটো দেখি ৰবীনৰ বৰ বেয়া লাগি গ'ল। নকৰলগীয়া কথা এষাৰহে যেন সি কৈ পেলালে।

অলকে চাগে তাক কি ভাবিছে?

যদি ভাবিছে: সিহঁতে তাক পুতৌ কৰিব যোজে নেকি?

নবালৰিকৈ সি প্ৰসঙ্গটো সলনি কৰিব খুজিছিল। কিন্তু নোৱাৰিলে।

"সমীৰদায়ো মোক কৈছিল কমমেট। কিন্তু দুখীয়া মানুহৰ ল'ৰাই জানো ই-বি পায়? মাই যে মোলৈ ক'ৰপৰা টকা পঠিয়াব মই ভাবিবই নোৱাৰো।"

অলকৰ মাতটো সেমেকি পৰিছিল।

ৰবীনে তাক কি বুলি সান্ত্বনা দিব ভাবি নাপালে।

"বুইছ কমমেট?"

"হুঁ?"

"ই-বিৰ কাৰণে কলেজৰ অধ্যক্ষৰ অফিয়তে দৰ্খাস্ত এখন কৰিছোঁ। সমীৰদাই বোলে খিলঙলৈ গৈ মেৰিট স্কলাৰশ্বিপটো ই-বি লৈ কনভাৰ্ট কৰাই আনিব। মই পিচে আশা কৰা নাই।"

"হয় নেকি? সমীৰদা গলে কিবা এটা হব পাৰে।"

"সমীৰদাই মোক কি কৈছে জান? হয় কনভাৰ্ট কৰিব; নহলে ডি. পি. আই অফিচৰ কাবোবাক মাৰি থৈ আহিব।"

কথাষাৰ কৈ অলকে হাঁহিব খুজিছিল। কিন্তু নোৱাৰিলে।

হাঁহিলেই যেন তাৰ হাঁহিবোৰ কান্দোন হৈ সৰি পৰিব।

সেই মুহূৰ্তত ৰবীন আন এখন জগতলৈ উভতি গৈছিল।

"এতিয়া আমাৰ কি হব? কি কৰিম? তই কিয় আমাক ফাঁকি দিছিলি অলক? কিয় কৈছিলি—দেউতা ভাল হৈ যাব? ক—নকৰ কিয়? তই নামাত কিয় অলক?"

প্ৰস্তৰমূৰ্তিৰ দৰে থিয় হৈ থকা পাকলে অলকৰ দুবাহত ধৰি জোকাৰি দিছিল। এম্বুলেন্সৰ পৰা উলিয়াই অনা মৃতদেহটো দেখি মাকজনীয়ে চিঞৰ মাৰি মাটিত ঢলি পৰিছিল। অজ্ঞান হৈ গৈছিল। ইতিমধ্যে চোতালত খুপ খোৱা মানুহবোৰৰ কেইজনমানে মূৰ্ছিতা মাকক ভিতৰলৈ দাঙি নিছিল। মূৰত তেল-পানী দি হয়তো বিচিছিল। চকু-মুখত চেঁচা পানী মাৰিছিল।

ৰবীনৰ অসহ্য লাগিল।

সি কিয় আহিছিল? এম্বুলেন্সখন যোগাৰ কৰি দি সি আঁতৰি সৰ'ল কেলেই? সি নহা হলেই ভাল আছিল।

এইখন ঘৰৰ মৃত্ত সি এতিয়া কেনেকৈ চাই থাকিব? আৰু, পাকলইতক কি বুলি সান্ত্বনা দিব? অলকক ধৈৰ্য্য ধৰিবলৈ কেনেকৈ কব?

ঘৰৰ পৰা আঁতৰত মৃত্যু হোৱাজনৰ মৃতদেহ ঘৰলৈ ওভোতাই অনাৰ পিচত ঘৰখনত যি অসহনীয় সকৰুণ দৃশ্যৰ উদ্ভৱ হয় তাতকৈ বোধহয় আন কোনো পৰিস্থিতিয়ে ইমান কৰুণ হব নোৱাৰে।

অচিনাকি নতুন ঘৰখনত ৰবীন অসহায় হৈ পৰিছিল।

চাৰিওফালে বিষণ্ণতা, চকুপানী আৰু কান্দোনৰ ৰোল। সন্মুখত চোতালৰ সোঁমাজত এটা মৃতদেহ। অলকৰ পৰা কোনো উত্তৰ নাপাই পাকলে মৃতদেহটোৰ ভুভৰিত সাৱটি ধৰি চিঞৰি চিঞৰি কান্দিছে: দেউতা, তুমি আমাক এৰি কলৈ গুচি গ'লা দেউতা? এয়া মই—তোমাৰ বৰ মৰমৰ বৰ জীয়ৰী পাকল দেউতা!

ৰবীনৰ অসহ্য লাগিছিল। অধৈৰ্য্য হৈ পৰিছিল। ইচ্ছা হৈছিল চিঞৰি চিঞৰি সি যেন পাকলক কব: অলকে তোমালোকক ফাকি দিয়া নাছিল বাইদেউ! মৃত্যুক আমিও ঘিণ কৰোঁ। মুমূৰ্ষুজনক জীয়াই তুলিবলৈ বিচাৰোঁ। কিন্তু চিকিৎসকসকলৰ সফলতাৰ বাটত নিয়তিৰ বাধাৰ প্ৰাচীৰখন যে বৰ ওখ বাইদেউ। বৰ ওখ।

অসহনীয় সময়বোৰ তাৰ নেযায় যুগুৰায় যেন লাগিছিল। কিন্তু গৈছিল। অৱশেষত আগুৱাই আহিছিল এটা অসহনীয় মুহূৰ্ত।

বাঁহৰ চাঙীখনৰ ওপৰত শুৱাই দিয়া অলকৰ দেউতাকৰ ভুভৰিত ধৰি সেৱা কৰা মাকক কেইজনীমান তিৰোতাই জোৰকৈ ভিতৰলৈ লৈ গৈছিল। তাৰ ভাব হৈছিল: ফেঁকুৰণিত সৰ্বাঙ্গ শৰীৰ কঁপি উঠা মানুহজনী যেন বাগৰি পৰিব; ঢলি পৰিব।

কিন্তু নপৰিল। মানুহকেইজনীৰ সহায়ত ঢলং-পলংকৈ গৈ কোনোমতে ভিতৰ সোমাল।

তাৰ পিচত আহিছিল পুলক, ৰীতিমণি আৰু পাকল। এজন এজনকৈ আটাইবোৰে সেৱা কৰাৰ পিচত অলকে দেউতাকৰ ভুভৰিত সাৱটি ধৰি প্ৰণাম জনাইছিল। চিৰদিনলৈ কৰা শেষ সেৱা।

তাৰ পিচত হৰিধ্বনিৰ মাজত আন তিনিজন শ্মশানযাত্ৰীৰ সৈতে দেউতাকক সি কান্ধত তুলি লৈছিল।

শ্মশানলৈ যাব খোজা ৰবীনক সি কৈছিল: তুই নালাগে ৰবীন! মা

আৰু পাকল বাইদেউইত থাকিল। পাৰিলে সিহঁতক তই বুজাবি। সান্ত্বনা দিবি।

কিন্তু অলক নিজেই শান্ত হব পৰা নাছিল। কথাকেইষাৰ কৈ সি উচুপিছিল।

তেনেকৈয়ে আগবাঢ়ি গৈছিল অলক আৰু শ্মশানযাত্ৰীৰ দল। হাতত দা, কুঠাৰ, কোৰ আৰু কোনোবা দোকান এখনৰ পৰা যোগাৰ কৰি অনা এটা পেট্ৰমাক্স। অলকহঁতৰ কান্ধত দেউতাকৰ মৃতদেহ। কেইজনমানে কঢ়িয়াই নিছিল কেঁচা পুৰঠ বাঁহ আৰু শুকান কাঠ। এজনৰ হাতত এটা মাটিৰ নতুন কলহ। কলহটোৰ ভিতৰত কেইটামান মাটিৰ চাকি; এঁৰা সূতা, ঘিঁউৰ বটল এটাৰ লৈতে এজোপা তুলসী আৰু তামোলৰ পুলি।

আঁতৰি যোৱা অলকহঁতক নেদেখা হোৱাৰ লগে লগে বিননিৰ বোলটো আৰু বেছি হৈ পৰিল। অসহায় ৰবীনে চোতালৰ এচুকত শেৱালিজোপাৰ তলত থিয় হৈ মৃতদেহটো থোৱা ঠাইখিনিলৈ চাই ৰ'ল।

ফেঁকুৰি ফেঁকুৰি মাটিৰে লেপা ঠাইখিনিৰ ওপৰত পাকলে জলন্ত চাকি এগছ থৈ সেৱা কৰিছে। বয়সীয়াল তিৰোতা এগৰাকীয়ে বাঁহৰ আগলি এটাৰে ঠাইডোখৰ ঢাকি দিলেহি।

তাৰ অসহ্য লাগিল।

শেৱালিজোপাৰ তলৰ পৰা আগবাঢ়ি আহি শোকত ভাগি পৰা পাকলক সি কিবাকিবি বুজাবলৈ যত্ন কৰিলে।

: নাপায় বাইদেউ। কান্দিলে যে তেখেতৰ আত্মাই শান্তি নাপাব।

পাকলে তাৰ কথা শুনিছিল নে নাই ৰবীনে কব নোৱাৰে। কিন্তু হঠাতে তাইৰ উচুপনিটো ক্ৰমান্বয়ে বাঢ়ি আহিছিল। উচুপনিৰ প্ৰত্যেকটো জোকাৰণিতে বৈ বৈ কঁপি উঠিছে—এটা অশান্ত অস্থিৰ গাভৰু দেহ।

নিজকে তাৰ বৰ বুৰ্বক বুৰ্বক যেন লাগিল।

এয়া জানো প্ৰবোধ নতুবা সান্ত্বনা দিয়াৰ সময়? চকুপানীয়েই যে এই মুহূৰ্তত একমাত্ৰ সান্ত্বনা।

পিচদিনা।

হোষ্টেললৈ উভতি আহিব খোজা ৰবীনক অলকৰ মাকে কোনোমতে চকুপানী চেপি ৰাখি কৈছিল: যোৱাগৈ বোপা, এনে সময়ত আহিলা যে একাপ চাহ—এসাজ ভাত .....

অলকৰ মাকে আৰু কব নোৱাৰিলে। বাক্‌ৰুদ্ধ হৈ গৈছিল। ৰবীনে সান্ত্বনা দিয়াৰ সুৰত কিবাকিবি কৈছিল।

: সি যদি আকৌ উভতি যাব পাৰে—তাক বুজাবা মইনা। তোমালোকেই তাৰ ভাই-ককাই। দুৰ্ভগীয়াই দেউতাকৰ মুখটোও……

চেপি ৰাখিব খোজা উচুপনি এটাই বাককদ্ধ কৰা অলকৰ মাকজনীক সি কব খুজিছিল: অলক উভতি নাযাব কিয়? সি যাবই লাগিব। যেনেকৈ হওক আপোনালোকে তাক হোষ্টেললৈ ঘূৰাই পঠিয়াবই।

কিন্তু নকলে।

আলোচা তাৰ কথাষাৰে নিজৰ মাক যেন লগা মানুহজনীৰ অন্তৰত আঘাত দিয়ে। আৰ্থিক অৱস্থাৰ কাৰণে যদি অলকক আৰু পঢ়ুৱাব নোৱাৰে?

"হেৰৌ ভাইজান—আছানে?"

চিঞৰ-বাখৰ কৰি হুৰমুৰকৈ ভিতৰলৈ সোমাই অহা সমীৰৰ মাতত ৰবীনৰ তন্দ্ৰা ভাঙি গ'ল।

"আৰে সমীৰদা দেখোন! বহক, বহক।"

"মই নবহোঁ ৰবীন। অলপ কাম আছে। অলক, কাইলৈ ৰাতিপুৱাই যামগৈ। তুমি চিন্তা নকৰিবা। এতিয়া এবাৰ অধ্যক্ষক লগ ধৰিম, আহোঁ অলক, যাওঁ দেই ৰবীন।"

"বৰ সমীৰদা, আপোনাৰ অহা-যোৱা খৰচটো……।"

"থোৱা থোৱা। কেতিয়াবা লাগিলে পিচত দিবা। পিচত লম।"

অলকে শেষকৈ কোৱাৰ আগতেই সমীৰে ধমকৰ সুৰত কথাকেইষাৰ কৈ কোঠাটোৰ পৰা ওলাই গ'ল।

অলক আৰু ৰবীনে আঁতৰি যোৱা সমীৰলৈ চাই ৰ'ল।

এইজনেই সমীৰ।

মদ খাই ৰাতি দুপৰত সদায় হোষ্টেললৈ ঘূৰি অহা সমীৰে সিদিনা মদ খোৱা নাছিল।

এয়া যেন সমীৰৰ জীৱনৰ ব্যতিক্ৰম।

মাংসৰ টোপোলাটো হাতত লৈ ৰবীনে বৰ্মনক বিচাৰি বাদুনি ঘৰলৈ আঁতৰি গ'ল। কোঠাটোত অকলশৰে থকা অলকে ইমানদিনে দেখি অহা সমীৰক যেন বুজিও বুজিব নোৱাৰিলে।

এদিন সন্ধিয়া।

গোমা আকাশ। ওবে দিনটো চকুলো টোকাব পিচত ক্ৰমনীব চকু-পানীবোব যেন শেষ হৈ গৈছিল। নৱ, দেৱ, অলক, বিপুলহঁতে ডাইনিং হলৰ বেল শুনি তললৈ নামি যাব খুজিছিল।

"ওলোৱা নৱ; আজি কুকুৰা খাব লাগিব। বতৰটোও তাৰধীয়া।" কৰিভ'বৰ বিপৰীত ফালৰ পৰা অহা সমীৰে সিহঁতক বাট ভেটি ধৰি কৈছিল। মুখত ভেকেটা-ভেকেট মদৰ গোন্ধ।

নৱ, দেৱ, বিপুল, অলকহঁতে বুজিছিল: সিহঁতৰ সমীৰদাই এই বাতি-খন ক'বপৰা কুকুৰা আনিব?

হোষ্টেলৰ ওচৰতে বঙালী ভদ্ৰলোক এজনৰ এখন কুকুৰা ফাৰ্ম আছে। হোৱাইট লেগন, ৰেড্ হৰ্ণ আৰু কাউণ্ট্ৰি হেনেৰে ভৰা এজাক কুকুৰা। সমীৰে সেই ফাৰ্মখনতে ডকা দিব বুলি ভাবি সিহঁতে কৈ উঠিল: আজি নালাগে সমীৰদা, অইন এদিন খাম।

বিপুলহঁতে তাক বুজায়। কাৰণ মদ খাই টং হৈ অহা সমীৰে ক'ত কি কৰে একো ঠিক নাই। হয়তো ফাৰ্মৰ মালিকজনক গৈ কব: আমাক কেইটামান মুৰ্গী লাগে। নোদোকা চাই দিয়াচোন।

তাৰ পিচত আৰম্ভ হব মাৰপিট, কাজিয়া। বাতিপুৱা চুপাৰক বিপৰ্ট।

"ঠিক আছে। তোমালোক যাব নালাগে। মই যাম। কিন্তু তোমালোকে ভাত খাব নোৱাৰা। একেলগে খাম।"

সমীৰ আঁতৰি গ'ল।

সিহঁতে দুনাই তাক বাধা নিদিলে। কাৰণ বিপুল, নৱহঁতে জানে: বাধা দি লাভ নাই। কিবা এটা মন গলে সি কৰিবই।

আনৰ হকা-বধালৈ সমীৰে ভ্ৰুক্ষেপ নকৰে।

ভোক লাগিছিল যদিও সিহঁত আকৌ আহিল। নিজৰ কোঠালৈ সোমাই নগৈ অলকহঁতৰ কোঠাটোত জুম পাতি বহি সমীৰলৈ অপেক্ষা কৰি ৰ'ল।

ফাৰ্মৰ দুৱাৰমুখত থিয় হৈ চকিদাৰজনক সি চিঞৰি মাতিলে। তাৰ মাত শুনি অলপ পিচতে ওচৰৰ পঁজাটোৰ পৰা শকত-আৱত গাঠলু নেপালী চকিদাৰজন ওলাই আহিল। হাতত এটা হেৰিকেন আৰু এডাল লাখুটি। ককালত ওলোমাই থোৱা এখন খুকুৰী।

"খবৰদাৰ চিঞৰ-বাখৰ নকৰিবি। চিঞৰ-বাখৰ কৰিলে দাম্ভ উৰি যাব। বা—চাৰি পাঁচটামান ভাল কুকুৰা পোৱালী লৈ আহ।"

"চাব, ইধাৰমে তো অভি মুৰ্গী বিক্ৰী নাই হবো। হামি নাই পাৰিবো। সবেৰে আয়িয়ে। মালিক ভী আয়েগা।"

ভঙা-ভঙা অসমীয়াত কব খোজা চকিদাৰজনে সৰহভাগ কথাই হিন্দীত কৈছিল।

"চুবৰ, অসমত থাকি অসমীয়া কব নোৱাৰ।" বুলি সমীৰে তাৰ মুখত খোধাইছিল এটা প্ৰকাণ্ড ঘোচা। ঘোচা খাই চকিদাৰজন কেইখোজমান পিচুৱাই গ'ল। হাতৰ লেম্পটো দূৰত উফৰি পৰিল। সমীৰে তালৈ কেৰেপ নকৰি 'পলট্ৰি ৰাণ' এটালৈ আগবাঢ়ি গ'ল।

তাৰ পিচত হোষ্টেললৈ উভতি অহা সমীৰৰ হাতত সিহঁতে দেখিছিল কেবাটাও কুকুৰা পোৱালী। বেছ নোদোকা। এটা দুটা নহয়, ছটা। কেইটামান তেতিয়াও জীয়াই আছে। দুটামানৰ ডিঙি ওলমি পৰিছে।

"হোঁৱা দেৱ, ৰন্ধাৰ ব্যৱস্থা কৰা। বুইছা অলক—মানুহ মাৰিব পাৰি; কিন্তু কুকুৰা নোৱাৰি। ডিঙি মুছৰিলেও মানুহৰ দৰে সিহঁতে কেতিয়াও প্ৰতিবাদ নকৰে। প্ৰাণৰ বিনিময়ত সিহঁতে মাথোন চিঞৰে।"

নাটকীয় ভঙ্গিতে কথা কেইষাৰ কৈ মৰা কুকুৰা এটা ৰাখি বাকীবোৰ নৱ, বিপুলহঁতলৈ আগবঢ়াই দিলে। তাৰ পিচত মৰা কুকুৰাটো চকুৰ আগত দাঙি ধৰি কিছুসময় একেৰাহে চাই ৰ'ল।

"বিপুল, কি কৰিছা? লাগি যোৱা। বি কুইক। এইটো মই গাৰ্ল হোষ্টেলত দি আহোগৈ।"

সমীৰ ওলাই যাব খুজিছিল।

মদৰ বাগীত তেতিয়া তাৰ খোজবোৰ ঢলং পলং হৈ পৰিছে।

ঃ সমীৰদা, এই ৰাতিখন কলৈ যায়?

"মঞ্জুমণিক দি থৈ নাহিলে জানো ভাল পাব? অভিমানত ওন্দোলোৱা প্ৰেয়সীৰ মুখখন তোমালোকে কেতিয়াও দেখা নাই নহয়? বাক, তোমালোক যোৱাচোন। কাটি-কুটি বান্ধাগৈ। মই এতিয়াই আহিম।"

নৱ, দেৱ, বিপুলহঁতে ইজনে সিজনৰ চকুলৈ চালে। মঞ্জুমণি নামৰ কোনো ছোৱালী গাৰ্লছ হোষ্টেলত নাথাকে। আনকি কলেজতো তেনে

বাসৰ কোনো ছোৱালী নাই। তদুপৰি সিহঁতৰ 'সমীৰদাৰ' কোনোবা এজনী প্ৰেয়সী আছে বুলিতো জনা নাছিল। কোনো দিনে দেখা নাই।

অলক, বিপুলহঁতৰ বদ্ধমূল ধাৰণা: এয়া এলক'হলিক একৃচন্। মদৰ ৰাগীত বলকা প্ৰলাপ।

ৰাতি গাৰ্লছ হোষ্টেলত কোনো 'ভিজিটৰক' সোমাবলৈ নিদিয়ে। ফলত হোষ্টেলৰ গেটত আৰম্ভ হব তৰ্কাতৰ্কি। এখন মাৰপিট। মাৰ খোৱা চকিদাৰজনে চুপাৰক ৰিপৰ্ট কৰিব। চুপাৰে প্ৰিন্সিপালক। অনাহকতে এটা হুলস্থুল। এটা কেলেঙ্কাৰী।

সম্ভাব্য পৰিস্থিতি এটাৰ সন্মুখীন নহবলৈ সমীৰক বাট ভেটি ধৰা ৰবীনে কৈ উঠিল: এতিয়া নালাগে সমীৰদা। ৰাতি ভালেমান হৈছে। সিহঁতে চাগে কেতিয়াবাই ভাত-পানী খাই উঠিল। ৰাতিপুৱা দিলেও হব।

ৰবীনৰ কথা শুনি সমীৰ থমকি ৰ'ল। তাৰ পিচত ৰবীনৰ পিঠিত থপৰিয়াই কৈ উঠিল: চাব্বাছ।

ৰবীনে বুজি নাপালে—এই চাব্বাছৰ অৰ্থ কি। নৱ, দেৱ, বিপুল, অলকহঁতেও।

তাৰ পিচত দুৱাৰমুখৰ পৰা উভতি অহা সমীৰে হাতৰ কুকুৰাটো বিপুললৈ দলি মাৰি দি ম্লান সুৰত ভোৰ-ভোৰালে: এবা, কেলেই দিব লাগিছে? দি কি লাভ? পৃথিবীৰ আটাইবোৰ মানুহ অকৃতজ্ঞ। স্বাৰ্থপৰ। জানা ৰবীন, ল'ৰা-বোৰতকৈও ছোৱালীবোৰ বেছি আত্মকেন্দ্ৰিক। সিহঁতক আদৌ দিব নাপায়।

বুজি নাপালেও তাৰ কথাবোৰ শুনি সিহঁতৰ ভাল লাগিছিল।

ইতিমধ্যে সমীৰ গৈ ৰবীনৰ বিছনাখনত শুই পৰিছে।

ভাত খাওঁতে সিদিনা সিহঁতৰ ৰাতি ভালেমান হৈছিল। নিশা প্ৰা এটা বাজিছিল।

কিন্তু সমীৰ?

তাৰ আৰু ভাত খোৱা নহ'ল। টোপনিত লালকাল হৈ ৰবীনৰ বিছনাত শুই পৰা সমীৰক কোনোমতেই সিহঁতে জগাব নোৱাৰিলে। টিফিন কেৰিয়াৰৰ বাটি এটাত এবাটি মাংস আনি দেৱই ৰবীনৰ টেবুলত প্লেট এখনেৰে ঢাকি থলে।

কিন্তু পিচদিনাও তাৰ মাংস খোৱা নহ'ল।

বিছনাৰ পৰা সমীৰ শুই উঠাৰ পিচতেই ঘটিছিল আন এটা ঘটনা।

## ॥ ছয় ॥

পিক্‌নিক, কলেজ উইক আৰু ইলেক্‌শ্যন।

প্ৰত্যেক কলেজৰে একোটা অবিচ্ছেদ্য অংশ। উলাহ-উদ্দীপনাৰে ভৰা উৎসৱ। প্ৰত্যেকটো উৎসৱেই ছাত্ৰ-ছাত্ৰীবোৰৰ মনলৈ আলোড়ন আনে; প্ৰাণ চঞ্চল কৰি তোলে।

কিন্তু আনবোৰ কলেজৰ দৰে পিক্‌নিক, কলেজ উইক নতুবা ইলেক্‌শ্যনৰ আকৰ্ষণ মেডিকেল কলেজৰ ছাত্ৰ-ছাত্ৰীৰ কাৰণে সিমান তীব্ৰ নহয়।

ইলেক্‌শ্যনৰ সময়ত কেইজনমান ছাত্ৰ-ছাত্ৰী ব্যস্ত হৈ পৰে। কেইজনমানে পোষ্টাৰ লিখে; বেৰ, দেৱালবোৰত মাৰে; গছত আঁৰে। প্ৰাৰ্থীবোৰে বন্ধু-বান্ধৱ কেইজনমানৰ লৈতে ক্ৰমে ক্ৰমে ঘূৰি ভোট দিবলৈ অনুৰোধ কৰে। কিন্তু ইউনিভাৰ্চিটি নতুবা আনবোৰ কলেজৰ দৰে ইলেক্‌শ্যনক কেন্দ্ৰ কৰি মেডিকেল কলেজৰ বতাহ উত্তপ্ত নহয়। মেডিকেল কলেজত ইলেক্‌শ্যনৰ উষ্ণতা আছে। কিন্তু উগ্ৰ নহয়; তীব্ৰ নহয়। সেমেকা।

কলেজ উইকৰ সময়ত অৱশ্যে কলেজখনলৈ কিছু ব্যস্ততা নহাকৈ নাথাকে, আহে। প্ৰতিযোগীসকলৰ সৰহভাগেই স্বৰ সাধন কৰে। শাস্ত্ৰীয়, ৰবীন্দ্ৰ, জ্যোতি আৰু লঘু সঙ্গীতৰ বেৰাজৰ ধ্বনি নৱকাচলৰ বুকুত বিয়পি পৰে। পাহৰি যোৱা সুৰবোৰ যন্ত্ৰশিল্পীবোৰে তানপুৰা, মেণ্ডলিন, বাঁহী, ভাইওলিন, ইলেক্ট্ৰিক গীটাৰৰ তাঁৰলৈ পুনৰাই ওভোতাই আনিব খোজে। অনভ্যাসত শিথিল হৈ পৰা আঙুলিবোৰৰ জড়তা ভাঙিবলৈ যত্ন কৰে। যন্ত্ৰ-সঙ্গীতৰ শব্দত হোষ্টেলবোৰৰ পঢ়াৰ পৰিৱেশটো হেৰাই যায়। ব্যায়ামপ্ৰীসকলে বন্ধ কোঠাত সোমাই জমা আণ্ডাৰৱেৰটোৰে অঙ্গ সঞ্চালন কৰে। ভাৰ উত্তোলন

প্ৰতিযোগিতাত যোগ দিব খোজাসকলে এশ সহ কেজিৰ আইৰণ বল দুটা লোৰ বাৰডালৰ দুমূৰে লৈ কেকো-জেকোকৈ দাঙে; কিন্তু মূৰৰ ওপৰলৈ তুলিব নোৱাৰি দূৰলৈ দলিয়াই দিয়ে। প'ল ভণ্ট, হাইজাম্প প্ৰতিযোগীসকলেও মুকলি পথাৰত গাৰ জড়তা ভাঙিবলৈ যত্ন কৰে। বিশেষ কোনো কাৰ্য্যসূচীতেই যোগ দিয়াৰ সামৰ্থ নথকাসকলে সমবেত সঙ্গীতৰ 'প্ৰ্যাক্‌টিচ' কৰে। সিহঁতৰ বেসুৰীয়া কণ্ঠস্বৰত আটাইকেইখন কলেজ হোষ্টেল কঁপি উঠে। একাংকিকা বিচাৰি বিহাৰ্চেল কৰা নাট প্ৰতিযোগীসকলৰ মাজত খলমলম্ লাগে। কোনোদিনে মঞ্চত উঠি নোপোৱা পৰিচালকে কৃত্ৰিম গাম্ভীৰ্য্যেৰে বৰ বৰ 'লেকচাৰ' দিয়ে। অভিনয়ৰ জ্ঞান দেখুৱাবলৈ গৈ বচন শুদ্ধকৈ মাতিব নোৱাৰা সেইসকল পৰিচালকে হনুমান দলৰ ভঙ্গীৰে প্ৰেমৰ বচন শিকায়।

আৰু কলেজ ইউনিয়নৰ বিভিন্ন বিষয়ৰ চেক্ৰেটাৰী, এচিষ্টেণ্ট চেক্ৰেটাৰীবোৰ?

সৰ্বনাশ।

সেই সময়ত তেওঁলোকক কিবা সোধাৰ, আলোচনা কৰাৰ প্ৰয়াস মিছা। ব্যস্ততাত তেওঁলোকৰ ভাত খাবলৈকে সময় নাথাকে। তেল নসনা অথবা চুলি একোছাৰে ঘূৰি ফুৰা সম্পাদক, সহকাৰী সম্পাদকবোৰে অকণমান জিৰণি ললেই যেন সমগ্ৰ কলেজখনেই ৰাতিৰ ভিতৰতে নাইকিয়া হৈ যাব। নৰকাচলৰ বুকুৰ পৰা হেৰাই যাব হোষ্টেলৰ আটাইকেইটা ছাত্ৰ আৰু ছাত্ৰীবাস; কলেজ বিল্ডিং।

ইয়াৰ বাহিৰেও আৰু এদল ছাত্ৰ-ছাত্ৰী আছে। কলেজ উইকৰ নামত সেইসকল ছাত্ৰ-ছাত্ৰীৰ চকুত কেবাদিনলৈকে টোপনি নাহে। টোপনি নহয়। হোষ্টেলবোৰ নিস্তব্ধ হোৱাৰ পিচত টেবুললেম্পৰ শেডখনেৰে কম পাৱাৰৰ বাল্বটো ঢাকি কবিতা লিখিবলৈ যত্ন কৰি গল্প লিখাৰ সিদ্ধান্ত লয়। কিছুসময় গল্প লিখাৰ কচৰৎ কৰি ভাগৰি পৰিলে "প্ৰবন্ধ লিখাই বেছি ভাল" বুলি ডিচিশ্যন লয়। গল্প কাহিনীত কিটো আছে? কিছুমান মিছা কথাৰ বৰ্ণনা। সস্তীয়া প্ৰেমৰ পেনপেননি।

'প্ৰবন্ধ' লিখাত বাহাদুৰী আছে। নিজৰ জ্ঞান দেখুৱাবলৈ যথেষ্ট সুযোগ পোৱা যায়।

কিন্তু কি বিষয়ৰ ওপৰত লিখিলে ভাল হ'ব বাৰু? মহাকাশ অভিযান, দুৰ্নীতি, খাদ্য-সমস্যা আৰু ৰাজনৈতিক সংকট? উঁহু। সিমানবোৰ চিন্তা কৰাৰ আৰু সময় নাই। প্ৰয়োজনো নাই। বেজবৰুৱাৰ হাস্যৰস।

বাঃ বঢ়িয়া চাবজেক্ট।

বেজবৰুৱাৰ হাস্যৰস প্ৰবন্ধ মানে লক্ষ্মীনাথ বেজবৰুৱাৰ জীৱনী।

অৰ্থাৎ এখন ৰচনা। স্কুলত সিহঁতে কিমান ৰচনা লিখি আহিছে।

তেনেকৈয়ে কলেজ উইকৰ দিনকেইটা পাৰ হৈ যায়। ধঁটা বিতৰণীৰ পিচত সেই উলহ-মালহৰ এদিন সামৰণি পৰে।

কিন্তু পিক্‌নিক?

পিক্‌নিকত সিমান ব্যস্ততা নাই। কেইজনমান ছাত্ৰই যোগাৰ কৰা পিক্‌নিকলৈ কিছুমান যায়, কিন্তু সৰহভাগেই নাযায়। নোযোৱাবোৰৰ কিছুমানেও চান্দা দিয়ে। দুই-এজনে আকৌ লগত গেষ্ট নিবলৈও নাপাহৰে। এশ-ডেৰশ ছাত্ৰ-ছাত্ৰীবোৰৰ ভিতৰত মাথোন চল্লিশ পঞ্চাশ জনমানে গৈ হাঁহিম, ৰাণী, তুলসী নতুবা হাদিৰাচকিত পিক্‌নিক খায়। ৰাতিপুৱা মাইক বজাই "মেডিকেল কলেজ পিকনিক পাৰ্টি কি-জয়" বুলি চিঞৰা ছাত্ৰ-ছাত্ৰীবোৰক লৈ গুৱাহাটী এৰি যোৱা বাছখন সন্ধিয়া আঠমান বজাত ঘূৰি আহে।

কেইদিনমানলৈ পিক্‌নিকৰ আলোচনা চলে। তাৰ পিচত আকৌ আৰম্ভ হয়—কেচহিষ্টৰী, এণ্টিবায়ওটিক, মাইক্ৰ'স্কোপ, ডাইৰাচ্ আৰু চেল এনালাইচিচ্।

প্ৰকাশ কিন্তু পিক্‌নিকলৈ যোৱাত ওস্তাদ। তাৰ ভাষাত: 'চান্স' কোনোদিনেই সি 'মিছ' নকৰে।

সুযোগ জানো সদায় আহে?

আনবাৰৰ দৰে সেইবাৰো সিহঁতে পিক্‌নিক পাতিছিল।

ডিচেম্বৰৰ শেষ সপ্তাহ।

দিনবোৰ চেঁচা; সেমেকা। কিন্তু ফৰকাল। পিক্‌নিকৰ কাৰণে ধুনীয়া বতৰ।

"এইবাৰ কিন্তু 'হাঁহিম' চাহিমলৈ আমি নাযাওঁ।"

কোনোবা এজনে আপত্তি কৰিছিল।

অৱশেষত পিক্‌নিকৰ কাৰণে ভেন্যু ঠিক কৰা হৈছিল—উমবৈত।

পিক্‌নিকৰ ঠাই চাই ঠিক কৰি অহা ছাত্ৰ কেইজনৰ উমৈৰক লৈ কি বক্তৃতা।

"তইহঁতে দেখা নাই। সেই হে পিক্‌নিকৰ ঠাই। ধুৱ—বে; হাঁহিম,

হাবিবাচকিলেও কোনোবাই পিক্‌নিক খাবলৈ যায় নেকি? এইবাৰ দেখিবি নহয়—অমুকাই কি ঠাই চিলেক্ট কৰি আছিছে।"

ইত্যাদি।

উমৰৈ।

পিক্‌নিকৰ কাৰণে সঁচাকৈয়ে ধুনীয়া ঠাই। সন্দেহ নাই।

প্ৰকাশৰ কিন্তু ভাল নালাগিল।

বন্দনা, অৰুন্ধতী, ইনা, অৰুণাইতৰ প্ৰায়বোবেই আছিছে। কিন্তু অহা নাই জুবি।

জুবি সদায় ব্যতিক্ৰম।

অথচ আগদিনাখন সি নিজেই জুবিক অনুবোধ কৰিছিল: চোৱা জুবি, আনবোৰ কলেজৰ দৰে মেডিকেল কলেজত দীঘলীয়া বন্ধ নাই। এক্সকাৰচনৰ ব্যৱস্থা নাই। মনৰ অৱসাদ আঁতৰাবলৈ আমাৰ কাৰণে এইবোৰেই সুযোগ; চাক। কাইলৈ ওলাবা। পিক্‌নিকৰ পৰা ঘূৰি অহাৰ পিচত সঁচাকৈয়ে তোমাৰ ভাল লাগিব।

"যত্ন কৰি চাম বাৰু।" তাৰ অনুবোধত অতুচ্ছ সুৰত তাই কৈছিল।

এটা অস্বাস্থ্যকৰ পৰিবেশৰ মাজত লগ পোৱা জুবিজনীক সি আজিও বুজিব নোৱাৰিলে।

ব্যবচ্ছেদন কক্ষৰ ওখ টেবুলবোৰৰ ওপৰত কেবাটাও মৃতদেহ। গেলি পচি যাব খোজা মৰাশবোৰৰ উৎকট দুৰ্গন্ধত বতাহ ভাৰাক্ৰান্ত। কিন্তু ছাত্ৰ-ছাত্ৰীবোৰৰ তাতে ভ্ৰূক্ষেপ নাই। মৰাশটোৰ দেহৰ পৰা বিভিন্ন অংশ কাটি আনি সিহঁতে তন্নতন্নকৈ পৰীক্ষা কৰে, ছুৰীৰে কাটিকুটি চিৰাচিৰ কৰি পেলায়। মানৱদেহৰ গঠন সম্পৰ্কে প্ৰয়োজনীয় কথাবোৰ শিকাৰ আগ্ৰহত দুৰ্গন্ধত বমি আহিব খোজা মৃতদেহৰ অংশবোৰলৈ ভেতিয়া সিহঁতৰ ঘিণ নালাগে; বৰং সিহঁতে কেতিয়াবা সেইবোৰ ছুৰী-চেপেনাৰে ধৰিবলৈও পাহৰি যায়। হাতেৰেই পিটিকি চায়। সন্মুখত মেলি সোৱা চিকিৎসা-বিজ্ঞানৰ কিতাপবোৰত থকা ছবিবোৰৰ লৈতে মিলাই চায়; ইজনে সিজনক দেখুৱায়; প্ৰশ্ন কৰে; বুজায়। ব্যবচ্ছেদন কক্ষৰ বেৰত ওলোমাই থোৱা মানৱদেহৰ ভিতৰাংশৰ বিষয়ে বিশদভাৱে বুজাবলৈ শিৰা, উপশিৰা, হাড়, কলিজা,

হাওঁকাওঁ আদিৰ 'পিক্‌টবিয়েল চার্টবোৰ' নমাই আনে। সূক্ষ্ম অংশবোৰ মেগ্‌নিফায়িং গ্লাছেৰে পৰীক্ষা কৰে। ছাগ পুছ কৰি গেলি-পচি নোযোৱাকৈ ৰখা মৰাশবোৰক কিছুমানে মৰাশ বুলি ভাবিবলৈকো পাহৰি যায়। সেইবোৰ যেন মৰাশ নহয়। জীৱন্ত মানুহ। আৰু ব্যৱচ্ছেদন কৰা ছাত্ৰ-জন এজন পাৰদৰ্শী শৈলবিদ। নিজকে এজন 'এক্সপার্ট চার্জন' বুলি ভবা সেইবোৰ ছাত্ৰৰ ধাৰণা এদিন সলনি হৈ যায়। চার্জন হবলৈ প্ৰয়োজন হোৱা দীঘলীয়া পাঠ্যক্ৰমটো দেখি দিন পুৰণি হৈ অহাৰ লগে লগে সেইবোৰ ছাত্ৰ-ছাত্ৰীৰ মনবোৰ টেঙায়। প্ৰথম তুৰছৰতে ডাক্তৰ হোৱা বুলি ভবা উৎসাহপূৰ্ণ অজ্ঞতাৰ কাৰণে কিছুমানে নিজেই ৰব লাজ পায়।

মেডিকেল চায়েঞ্চ।

সঁচাকৈয়ে এটা দীঘলীয়া ক'ৰ্ছ।

পাঠ্যক্ৰমৰ আমনি লগা দীঘলীয়া দিন, নৰকঙ্কালৰ ভয় আৰু মৰাশৰ দুৰ্গন্ধ সহ্য কৰিব নোৱাৰা দুই-এজনে আকৌ মেডিকেল পঢ়াৰ আশা এৰি ঘৰলৈ উভতি যায়। ইঞ্জিনিয়াৰিং, ভেটেৰনাৰী নতুবা কৃষি কলেজত নাম ভৰ্তি কৰি স্নাতক হোৱাৰ যত্ন কৰে। স্থাপত্য, নৌ, উৰণ, সামৰিক শিক্ষাৰ বাবে কৰা প্ৰচেষ্টাত ব্যৰ্থ হৈ অৱশেষত বিজ্ঞান নতুবা কলাৰ শ্ৰেণীতে ভৰ্তি হয়।

ব্যৱচ্ছেদন কক্ষত সোমাই জ্ঞান আহৰণ কৰা ছাত্ৰ-ছাত্ৰীবোৰৰ বহুতেই প্ৰথম অৱস্থাত ঘৃণাত নাক কোচায়; বমি কৰে। মাছ-মাংস খাবলৈ এৰে। কোনোদিনে চিগাৰেট তামোল নোখোৱা কিছুমান ছাত্ৰই তামোল খাবলৈ লয়; চিগাৰেট হুপিবলৈ আৰম্ভ কৰে।

দিন পুৰণি হয়।

মাছ-মাংস খাবলৈ ঘিণ কৰা ছাত্ৰ-ছাত্ৰীবোৰে 'ফিচফ্ৰাইড' বহি আগৰ দৰে চিকেন, মটনকাৰীৰ অৰ্ডাৰ দিয়ে। হোষ্টেলত মাছ-মাংস নাথাকিলে, ৰান্ধনি, মেছ মেনেজাৰক গালি পাৰে।

প্ৰথমদিনা চিগাৰেট হুপি কাঁহি কাঁহি লেৰেজান হৈ পৰা ছাত্ৰবোৰ লাহে লাহে অভ্যস্ত হৈ পৰে। মুখবোৰ তিতা তিতা নালাগে। নাকে-মুখে পানী বৈ অহা সেইবোৰ ছাত্ৰ 'চেইন স্ম'কাৰ হৈ পৰে। ব্যৱচ্ছেদন কক্ষৰ পৰা ওলাই আহি চিগাৰেটত হোপামৰা সেইসকল ছাত্ৰই চিগাৰেট হুপিবলৈ নাপালে শান্তি নাপায়।

অসহনীয় দুৰ্গন্ধ এদিন সহ্য হৈ আহে। দীঘলীয়া ক'ৰ্ছটোৰ কথা ভাবি মন

ভাবাক্রান্ত নকৰে। মাহেকত কেবাটাও কিস্তিত ধৰৰ পৰা টকা অহা ছাত্ৰকেইজনে মাথোন ভাবে : ইমান দিনলৈ দেউতাই আনো টকা পঠিয়াই থাকিব পাৰিব ? নাম ভৰ্তি কৰিবলৈ আহোঁতে বন্ধকীত থোৱা নৈৰ পাৰৰ মাটি হালিছাও কিজানি আজিলৈকে মোকোলাব পৰা নাই।

যৰধনৰ ভুৱৰস্থাই সেইবোৰ ছাত্ৰৰ মনবোৰ ভাৰবীয়া কৰি তোলে।

এই ব্যৱচ্ছেদন কক্ষতেই প্ৰকাশে তাইক দেখিছিল ; লগ পাইছিল জুৰিক। মানে জুৰি শইকীয়াক। একো একোটা মৰাশ আগুৰি উৎফুল্ল মনেৰে ব্যৱচ্ছেদন আৰু জ্ঞানৰ কোষ বৃদ্ধি কৰা ছাত্ৰ-ছাত্ৰীজাকৰ মাজত এজনী অদ্ভুত ছোৱালী। ধীৰ, স্থিৰ ; কিন্তু উদাস। মৰাশবোৰৰ মাজত থাকি থাকি তাইৰ মনটোও যেন মৰি গৈছিল। মানুহৰ জীৱনৰ অসাৰতা দেখি হেৰুৱাই পেলাইছিল যৌৱনৰ চপলতা ; মুখৰ হাঁহি আৰু দেহৰ অস্থিৰ চঞ্চলতা।

ম্লান, শান্ত এই ছোৱালীজনীক তাৰ দৰে আন কোনোবাই কেতিয়াবা লক্ষ্য কৰিছে নে নাই সি নাজানে।

প্ৰকাশে কিন্তু লক্ষ্য কৰিছিল।

একেলগে পঢ়িবলৈ অহা এজনী ছাত্ৰী ; ক্লাছমেট—সহপাঠিনী।

পাৰ হৈ যোৱা সময়বোৰে সিহঁতৰ মাজত চিনাকি হোৱাৰ সুযোগ আনি দিয়ে। চিনাকি হয়। কেতিয়াবা দুটা এটা কথা পাতে। সোধে।

সেই সাধাৰণ চিনাকিৰ সুযোগ লৈ প্ৰকাশে তাইক কেবাদিনো কিবা কিবি সুধিব খুজিছিল। কিন্তু নিতান্ত ব্যক্তিগত কথা বুলিয়েই সি সুধিব পৰা নাছিল। তাইৰ ম্লান শেঁতা মুখখন দেখিলে তাৰ মনটোও সেমেকি পৰে। সেই মুহূৰ্তত তাইক কিবা সোধাৰ, প্ৰশ্ন কৰাৰ আগ্ৰহ হেৰাই যায়।

কিন্তু প্ৰবল হৈ পৰে তাইক জনাৰ হেঁপাহ।

তাইৰ অতীত জীৱনত কিবা আছে নেকি বাৰু ? কিয় তাই হাঁহিব নোৱাৰে ? নাহাঁহে ?

আন এদিন।

ব্যৱচ্ছেদন কক্ষত সোমাই প্ৰকাশে দেখিছিল—সদায় দেখি অহা এটা পুৰণি পৰিবেশ। হাতত কিতাপ এখন লৈ এচুকৰ টুল এখনত জুৰি বহি আছে। মৌন জুৰিৰ দৃষ্টি খিৰিকীৰে পাৰ হৈ দূৰৰ আকাশখনত খোপনি পুতিছিল।

এখন মেঘাচ্ছন্ন আকাশ।

ক'লা মেঘবোৰ বতাহত এঠাইৰ পৰা আন এঠাইলৈ উৰি ফুৰিছে। হয়তো লাহিয়ালৈ বৰষুণ দিব।

বতৰৰ লগত মনৰ সম্পৰ্ক আছে। ভাৰৰীয়া বতৰত মনবোৰো ভাৰৰীয়া হৈ পৰে।

জুবিৰ মনটো জানো সেই কাৰণেই সেমেকা?

কিন্তু কোনোদিনেইতো প্ৰকাশে তাইক ইহা দেখা নাই। সি সদায় দেখি আহিছে আজিৰ দৰেই এখন ম্লান মুখ।

ধুনীয়া ছোৱালীবোৰে মনমাৰি থাকিলে প্ৰকাশৰ কেনেবা কেনেবা লাগে।

: জুবি, তোমাৰ কি হৈছে জুবি? তুমি সদায় মন মাৰি থাকা কিয়?

কিয়?

সি তাৰ অজ্ঞাতেই আগবাঢ়ি গৈ জুবিক সুধিছিল।

কিন্তু মৌন জুবিয়ে তাৰ প্ৰশ্নৰ উত্তৰ দিয়াৰ পৰিবৰ্তে বহাৰ পৰা থিয় হৈ তালৈ চাই ৰ'ল। চকুত এটা প্ৰশ্নবোধক দৃষ্টি।

সেই দৃষ্টিয়ে কি বুজাব খুজিছিল সি বুজি নাপালে। তাৰ পিচত প্ৰকাশৰ ওচৰৰ পৰা তাই আঁতৰি গৈ আনবোৰ ছোৱালীৰ লগত মিলি গৈছিল।

প্ৰকাশ অপ্ৰস্তুত হৈ পৰিছিল। লাজ লাজ লাগিছিল। তাইৰ সেই চাৱনিটোৱে যেন তাক কৈ থৈ গল : গাভৰু ছোৱালী দেখিলে তোমালোকৰ কি হয়? সিহঁতৰ কাৰণে তোমালোকৰ ইমান দৰদ কেলেই? আনৰ ওচৰলৈ আহি উপযাচি কথা পাতিবলৈ তোমালোকৰ লাজ নালাগে? তোমালোকৰ কাৰণে আমি অকণমান সময়ো শান্তিৰে থাকিব নোৱাৰোঁ কিয়?

নিজকে অপৰাধী অপৰাধী যেন লগা প্ৰকাশ আৰু তাত ৰৈ থাকিব নোৱাৰিলে। ব্যৱচ্ছেদন কক্ষৰ পৰা তলমূৰকৈ সি ওলাই গৈছিল। তাৰ পিচফালৰ পৰা যেন ভাঁহি আহিব এজাক ছোৱালীৰ পুতৌ মিহলি বিদ্ৰূপৰ হাঁহি।

বাতি সঁচাকৈয়ে বৰষুণ দিছিল।

হোষ্টেলৰ আটাইবোৰ ছাত্ৰ তেতিয়া টোপনিত লালকাল। নৰকাচল নিমাওমাও। কিন্তু প্ৰকাশৰ টোপনি নাহিল। বৰষুণৰ আমেজত বিছনাত পৰিলেই চকুৰ পতা জাপ খাই আহিব বুলি ভৰা প্ৰকাশে কিবা এটা অস্বস্তিত ছটফটাই উঠিল।

: তাই কিয় তেনেদৰে গুচি গ'ল? তাক কিবা এবাৰতো কব

পাৰিলেহেঁতেন। তাই কি ভাবিছে বাৰু? সি তাইক ভালপাবলৈ যত্ন কৰা বুলি ভাবিছে নেকি?

এৰা, তাৰ ভুল হৈছে। তাইক আমনি কৰাৰ কি প্ৰয়োজন আছিল? আনৰ ব্যক্তিগত জীৱনত সোমাব খুজি সি অন্যায় কৰিছে। সি তাইক ক্ষমা খোজা উচিত।

পিচদিনা।

ব্যৱচ্ছেদন কক্ষৰ আওহতীয়া চুক এটাত অকলে বহি থকা জুবিৰ ওচৰত সি ক্ষমা খুজিছিল। ভাবিছিল: জুবিয়ে হয়তো কব—তোমাৰ কোনো দোষ নাই প্ৰকাশ। মই তোমাক বেয়া পোৱা নাই।

নতুবা হয়তো কব: ছিঃ। তুমি যে কি প্ৰকাশ? এইকণ কথাৰ কাৰণে জানো ক্ষমা খুজিব লাগে? বৰং মইহে তোমাৰ ওচৰত ক্ষমা খুজিম বুলি ভাবি আছিলোঁ। কোনো উত্তৰ নিদিয়াকৈ তেনেদৰে আঁতৰি যোৱাটো মোৰ হে অন্যায় হৈছে। তুমি মোক বেয়া নাপাবা প্ৰকাশ।

কিন্তু সি ভবা কথাবোৰৰ এটাও সঁচা নহ'ল।

সিদিনাও তাক আচৰিত কৰি সেই একে দৃষ্টিৰে তাই কিছু সময় তালৈ চাই ৰ'ল। তাৰ পিচত আগদিনাখনৰ দৰে ছোৱালীজাকৰ ওচৰলৈ যাব খুজি আকৌ আঁতৰি আহিছিল। গাৰ চাদৰৰ আচলটো ভালদৰে টানিলৈ ব্যৱচ্ছেদন কক্ষৰ পৰা তাই ওলাই গৈছিল। সেই মুহূৰ্তত ধীৰ-স্থিৰ খোজবোৰ হৈ পৰিছিল—দ্ৰুত, ক্ষিপ্ৰ আৰু চঞ্চল।

তাৰ পিচত প্ৰকাশে তাইক কোনোদিনেই আৰু একো সোধা নাই।

কিন্তু সি লক্ষ্য কৰিছিল: জুবিজনীৰ যেন পৰিবৰ্তন হৈছে। সদায় শুধবগা সাধাৰণ কাপোৰ এযোৰ পিন্ধি ক্লাছলৈ অহা জুবিয়ে পিন্ধিবলৈ আৰম্ভ কৰিছিল ৰং-বেৰঙৰ অসমীয়া পাটমুগা; বিহা মেখেলা। কাপোৰ যোৰৰ লগতে থাপ খোৱা ব্লাউজ আৰু চেণ্ডেল। মুখত স্ন', ক্ৰীমৰ পাতল প্ৰলেপ আৰু হাঁহি। কেতিয়াবা কেতিয়াবা জৰ্জেট, নাইলন, চিফন নতুবা টেৰিকটনৰ ৰঙীন শাড়ী; আৰু মুখত হাঁহি-ধেমালি। বান্ধৱীবোৰৰ লগতে মিলি যাব খোজাৰ কৃত্ৰিমালি।

কিন্তু সেই হাঁহিটোৱে শুৱনি জুবিজনীক অশুৱনি কৰি তুলিছিল। তাই ধৰা পৰি গৈছিল। সেই হাঁহি যে সঁচা হাঁহি নহয়; মনৰ আচল ৰং লুকাবলৈ ইহা কৃত্ৰিম হাঁহি—কান্দোন হৈ ওলাই আহিব খোজা হাঁহিটোৱে সেই কথা

বুজাই দিছিল। আনে কি ভাবিছিল সি নাজানে। কিন্তু সি বুজিছিল : জুবিয়ে নিজক লুকাব খোজে। অভিনয় কবিব খোজে।

জুবিব এই পবিবৰ্ত্তন দেখি আন কোনোবা হোৱা হলে হয়তো ভুল কবিলেহেঁতেন। তাব সঁহাবি পাই মনব বনত জুই লগা বুলি জুবিব ওচবলৈ আগবাঢ়ি গ'লহেঁতেন। কিন্তু প্ৰকাশ নগ'ল। সি ভুল কবা নাছিল। সি বুজিছিল : এইজনী গাভৰুক বুজিবব যত্ন কবিব পাবি ; কিন্তু বুজিব নোৱাবি। মবম কবিব পাবি ; কিন্তু ভাল পাব নোৱাবি।

কাৰণ : তাব কাৰণে জুবি তেতিয়ালৈকে এক অবুজ সাঁথব।

তাৰ পিচত তৃতীয় বাৰ্ষিকৰ এটা সন্ধিয়া।

কলেজ অডিট'বিয়মত কলেজ উইকৰ সঙ্গীত সন্ধিয়া। সাত বজাতে আৰম্ভ হোৱা সঙ্গীত সন্ধিয়াব তেতিয়াও ভালেমান কাৰ্য্যসূচী বাকী আছে।

মঞ্চত ভুপেন হাজৰিকা, কাষত বাণা ; মানে জয়ন্ত। জয়ন্ত হাজৰিকাৰ হাতত মাউথ অৰ্গেন। ভুপেন হাজৰিকাৰ কণ্ঠত নতুনকৈ ৰচনা কৰা গানৰ কথাবোৰ তেতিয়া সুৰ হৈ মাইকত ভাঁহি আহিছে।

ঠিক সেই সময়তেই সঙ্গীত সন্ধিয়াব উদ্বোধকজনৰ সৈতে নেতৃস্থানীয় কেইজনমান বিশিষ্ট শ্ৰোতা বাহিৰলৈ ওলাই গ'ল। সন্মুখৰ আসনবোৰ খালি হৈ পৰিল। অডিট'বিয়মৰ চোতালত থকা এম্বেচেডৰ, ফিয়েটবোৰ সজীৱ হৈ উঠিল। সঙ্গীত সন্ধিয়াৰ শান্ত মিঠা পৰিবেশটো অশান্ত হৈ পৰিল।

প্ৰকাশে হাতৰ ঘড়ীটোলৈ চালে। নিশা নটা পোন্ধৰ।

বিশেষ দৰ্শক শ্ৰেণীৰ কাৰণে আচুতীয়াকৈ ৰখা সমুখৰ খালি হৈ পৰা আসনবোৰলৈ চাই অডিট'বিয় মৰ দুৱাৰ সমুখলৈ সি দৃষ্টি ফিৰাই নিলে। সেই বিশেষ শ্ৰেণীৰ দৰ্শক-শ্ৰোতামণ্ডলীক বিদায় দিয়াত সঙ্গীত সন্ধিয়াৰ কৰ্মকৰ্ত্তা সকল ব্যস্ত।

মাইকত ভাঁহি অহা সুৰধ্বনিবোৰ তাব কাণত পৰিছিল। কিন্তু গীতৰ কথাবোৰ সি যেন ভালদৰে বুজি নাপালে। মিঠা গীত এটা শুনাৰ পৰিবেশটো নষ্ট কৰি দিয়াৰ কাৰণে আসন এৰি যোৱা দৰ্শক সেই দৰ্শকসকলক অনুসৰণ কৰি যাবলৈ ওলোৱা স্বামী-স্ত্ৰী সকলৰ ভদ্ৰমহিলা এগৰাকীয়ে সঙ্গীত সম্পাদক-জনক কোৱা কথা এষাৰ তাব কাণত পৰিল : বেছ ভাল হৈছে দীপক। শেষলৈ চোৱাৰ ইচ্ছা আছিল। কিন্তু ঘৰত আলহী এৰি থৈ আহিছোঁ।

এবা, আমাৰ জীৱনত অৱসৰ ক'ত ?

কাবোবাৰ পাৰ্টি মিটিং, কাবোবাৰ গা অসুখ; কাবোবাৰ বা আকৌ ধৰত আলহী। যি সকলৰ সময় আছে সেই সকলবো কিছুমানে একটামান থাকিয়েই যাবলৈ ওলায়। নিজৰ গুৰুত্ব আৰু ব্যস্ততা বুজাবলৈ মিছা কাৰ্য্যসূচীৰ কথা আওৰায়।

কিছু সময় পিচত সুৰধ্বনি বন্ধ হৈছিল। বন্ধ হৈছিল মাউথ অৰ্গেনৰ ঝংকাৰ আৰু হাৰমনিয়ামৰ কম্পন। হাৰমনিয়ামটো একাষৰীয়াকৈ ঠেলি থৈ সুৰশিল্পী হাজৰিকাই শ্ৰোতামণ্ডলীক প্ৰশ্ন কৰি আক্ষেপৰ সুৰত নিজেই উত্তৰ দিছিল: কি হ'ল? বাইজ গ'ল নেকি?—এৰা, যাবই। বুঢ়া হলোঁ। কি কৰিম? ভূপেন হাজৰিকাৰ কণ্ঠই আজি আৰু বাইজক ধৰি ৰাখিব নোৱাৰে।

প্ৰকাশৰ বেয়া লাগিল।

এয়া শিল্পীৰ আক্ষেপ। কিন্তু সেইজন শিল্পীৰ কণ্ঠত জানো বয়সৰ ছাপ আছে? প্ৰভাৱ পৰিছে? বাৰ্দ্ধক্যৰ জড়তাই চেপি ধৰিব পাৰিছে উদাত্ত অথচ মিঠা কণ্ঠ? হাজৰিকাইতকৈ দৰে বয়সৰ মানুহবোৰক জানো বুঢ়া বোলে?

কাবোবাৰ হাতৰ স্পৰ্শত হঠাতে সি উচপ্ খাই উঠিল। উভতি চাই দেখিলে: তাৰ ওচৰতে থিয় হৈ আছে জুৰি। চকুত এটা সন্দিগ্ধ দৃষ্টি।

'মোক কিবা কবা?' বিশ্বাস অবিশ্বাসৰ দোমোজাত প্ৰকাশে সুধিছিল।

'মোৰ লগত অকণমান বাহিৰলৈ ওলাই আহিব পাৰিবা নে প্ৰকাশ?'

অস্বচ্ছ সুৰত কোৱা জুৰিৰ কথাষাৰত সি আচৰিত হৈ গৈছিল। কিবা এটা আশঙ্কাই তাৰ মনত খোপনি পুতি ৰহিল।

এইবোৰ ছোৱালীৰ কি বিশ্বাস?

মুহূৰ্তৰ বাবে সি টলকা মাৰি ৰ'ল। তাৰ পিচত জুৰিক অনুসৰণ কৰি বাহিৰলৈ ওলাই আহিছিল।

অডিটৰিয়মৰ সন্মুখৰ চোতালখনৰ এচুকত থকা কৃষ্ণচূড়া জোপাৰ তললৈ সিহঁত আগবাঢ়ি গৈছিল। এইখন কলেজ কেম্পাচত জালুকবাৰীৰ দৰে শাৰী-শাৰী কৃষ্ণচূড়াৰ লানি নাই। আছে মাথোন এজোপাই গছ। জালুকবাৰীৰ দৰে সেইজোপা কৃষ্ণচূড়াৰো কোনো ইতিহাস নাই; কোনো ডেকা-গাভৰুৱে সেই জোপা কৃষ্ণচূড়াৰ তলত বহি প্ৰেমৰ কবিতা আবৃত্তি নকৰে। মিঠা মিঠা কথা নকয়; নাপাতে। নবহে।

কিন্তু সিহঁত নিদিনা বহিছিল। কথা পাতিছিল।

সিইতৰ সঁহাৰি পাই গছজোপাৰ পৰা দুয়ো উৰি গৈছিল এহাল চৰাই।

'তুমি চাগে আচৰিত হৈছা—নহয় নে প্ৰকাশ?' মৌনতা ভাঙি জুৰিয়েই প্ৰথমতে আৰম্ভ কৰিছিল।

'ওঁহো।'

'আমনি কৰা কাৰণে বেয়া পাইছা নেকি বাৰু?'

'তুমি কি কব খুজিছা জুৰি?'

'তোমাক মোৰ বহুত কথাই কবলগীয়া আছে প্ৰকাশ। বহু কথা ক'ম। কিন্তু কথাবোৰ শুনি হাঁহি উকৰাই দিয়া বুলিহে মোৰ ভয় হৈছে।'

জুৰি বৈ গৈছিল।

'হাঁহি উকৰাই দিলেও তোমাৰ লাভ বা লোকচানতো একো নহয়। মোৰ প্ৰতি তুমি ইমান সন্দিহান কিয় জুৰি?'

'শুনা প্ৰকাশ, মোৰ ঘৰে গাভৰু এজনীৰ মুখত এনেবোৰ কথা শুনিবলৈ কাৰো ধৈৰ্য্য নাই। কেৰে গুৰুত্ব নিদিয়ে। আৰু সেইটোৱে স্বাভাৱিক। কেতিয়াবা কেতিয়াবা মই কি কৰোঁ; কাক কি কওঁ নিজেই কব নোৱাৰা হৈ যাওঁ। সেই সময়ত কিছুমানে মোক পাগলী বুলি ভাবে কিজানি।'

তাই আকৌ বৈ গৈছিল।

প্ৰকাশে বুজিছিল জুৰিয়ে তাক বিশ্বাস কৰিব পৰা নাই। সেই কাৰণে সি তাইক আশ্বাস দিছিল: সেই বিষয়ে নিশ্চিন্ত হব পাৰা জুৰি। তোমাৰ কথাত আন কেৰে গুৰুত্ব নিদিলেও মই ধৈৰ্য্যৰে শুনিম। পাগলী ছোৱালীয়ে কেতিয়াও এনেদৰে কথা কব নোৱাৰে।

'সঁচা প্ৰকাশ? সঁচাকৈয়ে তুমি মোক পাগলী বুলি......।'

প্ৰকাশে বুজিছিল: তাই কি কব খুজিছে। সেই কাৰণে সি তাইৰ কথাৰ ওপৰতে কৈ উঠিছিল: কেতিয়াও নাভাবোঁ জুৰি। সেই বিষয়ে তুমি নিশ্চিন্ত হবলৈ ইমান টান পাইছা কিয়?

'তেন্তে শুনা—অ' ইয়াত নহয়; বলা, আমি কোনোবা এডোখৰ নিৰ্জন ঠাইলৈ যাওঁ।'

'এই ঠাইখিনিওতো বেয়া নহয়। বেছ নিৰ্জন।'

'ওঁহো—ইয়াত নহয়। কোনোবাই দেখিলে বাতিপুৱালৈ যে আমি কাহিনী হৈ পৰিম। কাহিনী হৈ যাম।'

'আপত্তি কি?'

'তোমাৰ নাথাকিলেও মোৰ আছে। সতীয়া মিছা বদনাম এটা কঢ়িয়াবলৈ মই প্ৰস্তুত নহয়। তেনে বদনাম লৈ কাৰো একো লাভ নহয়।'

'এৰা, এই ক্ষেত্ৰত তোমালোক বৰ সচেতন। বদনামৰ কাৰণে ছোৱালী বোৰৰ বৰ ভয়।'

জুৰিয়ে প্ৰকাশৰ কথাষাৰৰ প্ৰতিবাদ কৰি কিবা এষাৰ কোৱাৰ আগতে কোনোবা এজনে সিহঁতক দেখি চিঞৰি উঠিল: কোন ঔ সেইহাল? চাবি আকৌ—শেষত নাকান্দিবি। পিচল বাটত উজুটি খাই বুকুৰ কামিহাড় ভাঙিলে প্ৰাষ্টাৰ কৰিবলৈ সুবিধা নাপাবি।

সিহঁতক সাবধান কৰি দি ছায়ামূৰ্তিটো আঁতৰি গ'ল।

মাতটো শুনি সি বুজিছিল: সেইটো সমীৰ।

প্ৰকাশ আচৰিত হৈছিল। কলেজৰ আটাইবোৰ ছাত্ৰতকৈ 'চিনিওৰ' সমীৰে তেনেদৰে কথা নকয়। কেতিয়াও কাকো কটূক্তি নকৰে। আটাইবোৰ ছাত্ৰকে সক ভাইৰ দৰে মৰম কৰা সিহঁতৰ 'সমীৰদা' এই ক্ষেত্ৰত সদায় সংযত।

কিন্তু হঠাতে সমীৰৰ আজি কি হ'ল? সিহঁতক কিয় তেনেদৰে সাবধান কৰি দি গ'ল?

'শুনিলা নহয় প্ৰকাশ?' জুৰিৰ প্ৰশ্নত দোষাৰোপৰ সুৰ।

প্ৰকাশে কোনো উত্তৰ দিব নোৱাৰিলে।

এটুকুৰা নিৰ্জন ঠাই বিচাৰি কৃষ্ণচূড়া জোপাৰ তলৰ পৰা সিহঁত দুজন সিদিনা আঁতৰি গৈছিল।

কিন্তু নিৰ্জন ঠাইৰ নীৰৱতাই জুৰিৰ মুখৰ ভাষা কাঢ়ি নিছিল। বহুত কথা কব খোজা জুৰিজনীয়ে সিদিনা মাথোঁন কৈছিল: অমৃতৰ সন্তান হলেও মানুহ কেতিয়াও দেৱতা হব নোৱাৰে প্ৰকাশ।

জুৰিৰ কথাষাৰ শুনি প্ৰকাশে তাইৰ মুখলৈ চাইছিল। কিন্তু একো বুজিব নোৱাৰিলে। ৰাতিৰ এন্ধাৰত অস্পষ্ট হৈ পৰা এখন মুখ; এহালি চকু।

তাৰ সন্দেহ হৈছিল: জুৰিয়ে তাকেই তেনেদৰে খোচ মাৰিব খুজিছে নেকি? ব্যৱচ্ছেদন কক্ষত সি কোৱা কথাবোৰ তাই আজিও পাহৰি যাব পৰা নাই?

'কিয় নাজানো প্ৰকাশ, পৃথিবীৰ একোৱেই মোৰ ভাল নালাগে। মোৰ কাৰণে যেন পৃথিবীখন বৰ শুকান; নীৰস। উদং। তুমি হয়তো কবা:

জীৱনটোৰ প্ৰতি মই বীতশ্ৰদ্ধ। বীতশ্ৰদ্ধ হওঁনে নহওঁ নাজানো। কিন্তু কেতিয়াবা কেতিয়াবা মোৰ সন্ন্যাসিনী হৈ ক'ৰবালৈ গুচি যাবলৈ মন যায় জানা?'

তাৰ পিচত আৰু কিবা কব বুলি ভৰা জুৰি হঠাতে বৈ গৈছিল। তাক আচৰিত কৰি ফেঁকুৰি উঠিছিল। সি অপ্ৰস্তুত হৈ পৰিল।

তেনেদৰে তাই ফেঁকুৰি উঠাৰ কাৰণ জানিব খোজা প্ৰকাশ হতাশ হৈ পৰিছিল। তাই কিয় কান্দিছে সেই কথা নজনাকৈ কি বুলি সি তাইক সান্ত্বনা দিব ভাবি নাপালে।

তাৰ পিচতো বহুত কথা কব খোজা জুৰিয়ে কেবাদিনো তাক অকলশৰীয়াকৈ মাতি নিছিল। কিবাকিবি কব খুজিছিল। কিন্তু কব পৰা নাছিল।

বিভিন্ন সময়ত কোৱা টুকুৰা-টুকুৰ কথাবোৰৰ পৰা সি বুজিছিল: জীৱনৰ সংঘাতত ভগবান বিশ্বাসিনী হৈ পৰা জুৰিয়ে তাইৰ জীৱনৰ কথাবোৰ কাৰোবাৰ ওচৰত কবলৈ বিচাৰে। অকণমান শান্তি পোৱাৰ আশাত ছটফটাই থকা জুৰিয়ে অতীতৰ নিৰ্মম সত্যটো প্ৰকাশ কৰি দিব খোজে।

কিন্তু নোৱাৰে।

জীৱনৰ সংঘাতে মানুহ গঢ়ে। কিন্তু কেতিয়াবা কেতিয়াবা সেই সংঘাতেই জীৱনলৈ কঢ়িয়াই আনে দুৰ্যোগ। সাহসেৰে সংঘাতক বাধা দিব নোৱাৰা অক্ষম মানুহবোৰ হৈ পৰে দুৰ্বল; জীৱন হৈ পৰে অসহনীয়।

তাৰ ধাৰণা: জুৰিও তাৰ ব্যতিক্ৰম নহয়।

তাই যিমানেই তাক প্ৰত্যয় নিয়াবলৈ যত্ন নকৰক কিয়, সি কেতিয়াও তাইক বিশ্বাস কৰিব নোৱাৰে। নকৰে। অতীত জীৱনত তাইৰ লুকাই আছে নিশ্চয় কিবা নহয় কিবা এটা সংঘাত। সেই কথা হয়তো তাই স্বীকাৰ কৰিব খোজে; তাক কবলৈ বিচাৰে। সেই কাৰণেই তাই তাৰ ওচৰলৈ আহে। কিন্তু কব নোৱাৰে।

জীৱনৰ নিৰ্মম সংঘাতৰ সত্য কাহিনী প্ৰকাশ কৰিবলৈ সাহসৰ প্ৰয়োজন। কিন্তু দুৰ্বল মানুহবোৰৰ সেই সাহস নাথাকে; হেৰুৱাই পেলায়। সিহঁতে তেতিয়াই আশ্ৰয় লয় মিছাৰ। মিছা কয়। ফাকি দিয়ে।

জুৰিয়ো সেয়ে হৈছে। সঁচা কব খোজা জুৰিয়ে তাৰ ওচৰত সঁচা কব পৰা নাই; বেবেৰিবাং বলকিছে। মিছা কৈছে।

"কিহে প্ৰকাশ, অকলে অকলে ইয়াত কি কৰিছা? কবিতা লিখিবঃ খুজিছা নে জুবিটোত গা ধুই থকা সৌ অকন্ধতীইতৰ অঙ্গ সৌষ্ঠৱ......।"

খাধা কোবাকৈ খিল্‌খিল্‌কৈ হাঁহি উঠা ধ্বনি এটা শুনি প্ৰকাশে পিচলৈ উভতি চালে। তাৰ ওচৰতে হাঁহি হাঁহি থিয় হৈ আছে বন্দনা। তাৰ পিচত সমুখৰ জুবিটোলৈ দৃষ্টি ঘূৰাই নি লাজত সি বঙা পৰি গ'ল। সেই জুবিটোতে গা ধুই থকা ইনা, অৰুণা আৰু অকন্ধতীইতলৈ সি ইমান পৰে লক্ষ্যই কৰা নাছিল। অৰুণাইতেও নিশ্চয় তাক দেখা নাই।

প্ৰকাশ বহাৰ পৰা নিঃশব্দে থিয় হ'ল।

"বহা, বহা। উঠিলা কিয়? এয়া একো দোষনীয় নহয়। তোমাৰ চকুৰ দৃষ্টিয়ে যেনিবা মুকলি আকাশৰ তলত জীৱন্ত মানুহৰ অঙ্গ-প্ৰত্যঙ্গৰ ওপৰত ডিচেক্‌শ্যান কৰিছে। চোকা ছুৰীতকৈও লুভীয়া চকুবোৰৰ দৃষ্টি বহুত বেছি তীক্ষ্ণ প্ৰকাশ। জানানে নাজানা?"

তাই আকৌ খিল্‌খিল্‌কৈ হাঁহি উঠিল।

"ব'লা বন্দনা, আমি সৌখিনিলৈ যাওঁ। তোমাক বিচাৰি যাম বুলি মই অথনিৰে পৰা ভাবিয়েই আছিলোঁ।"

"কিন্তু যাব নোৱাৰিলা? জানো নোৱাৰা। ইমানবোৰ জীয়া কেঁচা মঙহৰ লোভ কেনেকৈ এৰিবা?"

বন্দনাৰ কথাৰ কোনো প্ৰতিবাদ অথবা উত্তৰ দিবলৈ যত্ন নকৰি মাটিৰ পৰা কেইটামান সৰু সৰু শিলগুটি বুটলি লৈ পিচলৈ ঘূৰি সি আগবাঢ়ি গ'ল। কাৰণ সি জানে বন্দনাৰ চপলতাই তেতিয়া তাৰ যুক্তি মানি লবলৈ প্ৰস্তুত নহয়।

এটা দুটাকৈ হাতৰ শিলগুটিবোৰ সন্মুখলৈ দলিয়াই এখোজ দুখোজকৈ আগবাঢ়ি যোৱা প্ৰকাশে তাইক সুধিছিল: জুবি পিকনিকলৈ কিয় নাহিল বন্দনা?

"তুমিহে জানিবা। মই কেনেকৈ জানিম? কিয়; জুবিক মন থাইছে নেকি?"

"মন থালে জানো কিবা আপত্তি আছে? নে জুবিৰ আসনখন তুমি লব খোজা?"

বন্দনাক জব্দ কৰাৰ সুযোগটো সি এৰি নিদি কৈ উঠিল।

"বাঃ তোমাৰ নিচিনাটোক নাপালে যে মই মৰি যাম।"

প্ৰকাশে বুজিলে : বন্দনা সহজে হাৰমনা ছোৱালী নহয়।

"বাৰু কোৱাচোন বন্দনা ; জুৰি পিক্‌নিকলৈ নাহিল কেলেই ?"

"তুমি নাজানা নেকি ? তাইনো কোনবাৰ পিক্‌নিকলৈ আহে ? পিক্‌নিকলৈ তাইক আনো কেতিয়াবা অহা দেখিছা ? 'পি-ইউৰ সময়তে পিক্‌নিকলৈ গৈ তাই খিথনহে কৰিলে।"

হঠাতে বন্দনা বৈ গ'ল। সংযত হৈ পৰিল। নকবলগীয়া কথা এষাৰ কৈ পেলোৱা বুলি ভাবি শেঁতা পৰি গ'ল।

"পি-ইউৰ সময়ত পিক্‌নিকলৈ গৈ জুৰিয়ে কি কৰিছিল বন্দনা ?"

বাৰে বাৰে সি তাইক সেই একেটা প্ৰশ্নকে সুধিছিল।

কিন্তু বন্দনাৰ পৰা প্ৰকাশে কোনো উত্তৰ নাপালে। বাৰে বাৰে যত্ন কৰিও সি ব্যৰ্থ হৈছিল। বন্দনা যেন অচল-অটল। দৃঢ় প্ৰতিজ্ঞ।

প্ৰকাশে বুজিছিল : এই পিক্‌নিকৰ মাজতে নিশ্চয় লুকাই আছে জুৰিৰ জীৱনৰ কাহিনী। আৰু সেই কাহিনীৰ সংঘাতে তাইৰ মনলৈ আনি দিছে : ভগবানৰ প্ৰতি বিশ্বাস। ভগবান বিশ্বাসী হোৱাৰ এটা অহেতুক দুৰ্বলতা।

পিক্‌নিকৰ কেইদিনমান পিচত।

প্ৰকাশে জুৰিক কৈছিল : জানা জুৰি, ভগবান বিশ্বাস কৰিব নোখোজা মানুহবোৰেও একোটা দুৰ্বল মুহূৰ্তত ভগবান বিশ্বাসী হৈ পৰে। তোমাৰ জীৱনটোলৈকে নোচোৱা কেলেই ? পি-ইউৰ সময়ত পিক্‌নিকত সেই ঘটনাটো নঘটা হলে তুমি জানো ইমান ভগবান বিশ্বাসী হব পাৰিলাহেঁতেন ?

তাৰ কথাকেইষাৰে জুৰিক যেন চাবুকহে মাৰিছিল।

আশ্চৰ্য্য আৰু বিস্ময়ত তাই চিঞৰি উঠিল : প্ৰকাশ।

প্ৰকাশে বুজিছিল : সেইটোৱে সুযোগ। তাইৰ দুৰ্বল অংশত আঘাত কৰি জুৰিৰ মুখেৰেই সি উলিয়াই লব—পিক্‌নিকত ঘটা জুৰিৰ জীৱনৰ কাহিনী।

কিন্তু খৰখেদাকৈ নহয় ; ধীৰে-সুস্থিৰে আগ নাবাঢ়িলে তাৰ সকলো প্ৰচেষ্টাই ব্যৰ্থ হৈ যাব।

"জানা মই মিছিলা তোমাক মিছা কৈছিলোঁ। তুমি সুধিছিলা ভগবানৰ নামত লজ্জিয়া মই ধূপ জ্বলাওঁ নে নজ্বলাওঁ। পূজা কৰোঁ নে নাই। মোৰ

দেউতা এজন সাত্ত্বিক ব্ৰাহ্মণ। কিন্তু পূজা কৰা দূৰৰ কথা গায়ত্ৰী মন্ত্ৰটোও মোৰ মনত নাই। দেউতাই সকতে কৈছিল : গায়ত্ৰী মন্ত্ৰ জপিলে হেনো ভূত-প্ৰেত—নতুবা কোনো অপদেৱতাই একো অন্যায় কৰিব নোৱাৰে।" প্ৰকাশ বৈ গৈছিল।

"কোৱা।"

"এখন জয়াল পথাৰৰ মাজেৰে মই এবাৰ অকলে পাৰ হৈ যাবলৈ বাধ্য হৈছিলোঁ। ৰাতি তেতিয়া ভালেমান হৈছিল। দেউতাই কোৱা কথাষাৰ মনত পৰিল। কিন্তু গায়ত্ৰী মন্ত্ৰটো মনত নপৰিল। নিৰুপায় হৈ লগুণ ডালত খামুচি ধৰি সূৰ্য্য প্ৰণাম কৰা মন্ত্ৰটো জপি পথাৰখন পাৰ হৈ গৈছিলোঁ।"—প্ৰকাশ ক'লে।

"ক'লা কিয় প্ৰকাশ? কৈ যোৱা।"

"গাত লিপিট খাই থকা লগুণডাল গেঞ্জী খোলোতে প্ৰায়ে হেৰায়। বিচাৰি নাপাওঁ। কিন্তু ঘৰলৈ যোৱাৰ সময়ত অসুবিধা হয়। লগুণ হেৰোৱা বুলি শুনিলে দেউতাই মোক তড়াই নেৰে। উপায় নাপাই ষ্টিচিং থ্ৰেড বলৰ লগুণ বনাই ঘৰলৈ যাওঁ।"

এবাৰ থ্ৰেডবলৰ অভাৱত অপাৰেচন ৰুমৰ নাইলন থ্ৰেডৰ লগুণ পিন্ধি ঘৰ পাইছিলোগৈ। পিচৰ বাৰত পান দোকান এখনৰ পৰা চৌডৰ ফিটা কিনি আনি লগুণ কৰি লৈছিলোঁ। গতিকে মই পূজা কৰো বুলি কলে কোনে বিশ্বাস কৰিব? আৰু কাৰ পূজা কৰিম?"

"কিয় নাৰায়ণৰ? বিষ্ণুৰ?"

প্ৰকাশে তাইক প্ৰশ্ন কৰা বুলি ভাবি জুৰিয়ে টপৰাই উত্তৰ দিছিল।

"দেউতা তান্ত্ৰিক। সেই সূত্ৰত আমাৰ উপাস্য দেৱতা শক্তি। কিন্তু শক্তি, বিষ্ণু, যীশু নতুবা মহম্মদৰ পূজা নতুবা উপাসনা কৰি পিঠিত ধৰ্মৰ ছাব-যোহৰ মাৰি লোৱাৰ মই পক্ষপাতী নহওঁ। গৰু বেপাৰীয়ে বেচিবলৈ বজাৰলৈ নিয়া গৰু হবলৈ মই নোখোজোঁ।"

"ইয়াৰ মানে কি প্ৰকাশ?"

"গৰু বেপাৰীবোৰ দেখিছা নহয়? কেবাজনো বেপাৰীয়ে একেলগে ভালেমান গৰু বজাৰলৈ নিয়ে। কিন্তু নিজৰ গৰুবোৰ চিনি উলিওৱাত যাতে অসুবিধা নহয় তাৰ বাবে গৰুবোৰৰ পিঠিত একোটা দাগ দি লয়। তেনেদৰে বিষ্ণু নতুবা শক্তি পূজকসকলক হিন্দু, মহম্মদ উপাসকসকলক মুছলমান

আৰু যীশুৰ উপাসকসকলৰ পিঠিত সমাজে খ্ৰীষ্টিয়ানৰ ছাব-মোহৰ মাৰে। তাৰ পৰা আমাৰ কি লাভ?"

"তাৰ মানে তুমি ধৰ্ম নামানা?"

"শিল্পী, সাহিত্যিক আৰু চিকিৎসকৰ কাৰণে মাথোন এটাই ধৰ্ম। সেয়া মানৱ ধৰ্ম। মানৱৰ সেৱা। তাৰ বাহিৰে হিন্দু, মুছলমান অথবা খ্ৰীষ্টিয়ান বুলি সিহঁতৰ কোনো ধৰ্ম নাই। থকা উচিত নহয়। আজিও কিছুমান গাঁৱত হিন্দু ৰোগীয়ে মুছলমান ডাক্তৰক ৰোগ দেখুৱাবলৈ নামাতে; ঘৰত সোমাবলৈ নিদিয়ে। হিন্দু চিকিৎসকে মুছলমান ৰোগীৰ ঘৰলৈ নাযায়।"

"তুমি সঁচা কৈছা প্ৰকাশ। চিকিৎসকৰ সামাজিক ধৰ্মৰ প্ৰতি কোনো দুৰ্বলতা থকা উচিত নহয়। পি-ইউৰ সেই ঘটনাটোৰ পিচত সেই কাৰণেই মই ভাবিছিলোঁ মেডিকেলত চিট নাপালে নাৰ্ছিঙকে পঢ়িম। মানৱ সেৱা কৰিম। ভগৱানৰ পূজাই মন পবিত্ৰ কৰিব পাৰে; কিন্তু জীৱনটোৰ প্ৰতি আসক্তি বঢ়াব নোৱাৰে। বৰং বৈৰাগ্যৰ ভাবহে জগাই তোলে।"

"আৰু বৰ্তমানে তুমি সেই ৰোগটোতে ভুগি আছা। পিক্‌নিকত ঘটা সেই ঘটনাটোৰ কথা কেবাদিনো কবলৈ যত্ন কৰিও তুমি মোক কব পৰা নাই।"

সুযোগ বুজি প্ৰকাশে শৰ নিক্ষেপ কৰিবলৈ পাহৰি নগ'ল।

"মোক ক্ষমা কৰা প্ৰকাশ; তোমাক মই সকলো কথা কম। স্বীকাৰ কৰিম।"

কথাকেইষাৰ কৈ জুৰিয়ে ফোঁপাইছিল।

তাৰ পিচত জুৰিয়ে তাক কৈছিল এটা সৰু কাহিনী।

তাই তেতিয়া প্ৰাক্ বিশ্ববিদ্যালয়ৰ ছাত্ৰী। তেতিয়াই সিহঁতে এদিন পিক্‌নিক খাবলৈ গৈছিল।

মন্দিৰা আৰু জুৰি।

পৰীক্ষাৰ পিচতেই দুয়োজনী বান্ধৱীৰ বিয়াৰ বন্দোবস্ত প্ৰায় খাটাং হৈছিল।

কিন্তু বামুণৰ ছোৱালী মন্দিৰাই ভাল পাইছিল সেইখন কলেজৰে এজন মুছলমান ডেকা অধ্যাপকক। ইতিহাসৰ অধ্যাপক উবেদুল ইছলামেও চিৰদিনলৈ তাইক আপোনকৈ পোৱাৰ আশা পুহিছিল। কিন্তু দুটা জীৱনৰ মিলনৰ বাটত থিয় হৈ আছিল এখন ওখ প্ৰাচীৰ; ধৰ্মৰ।

জুৰিয়ে তাইৰ সকলো কথাই জানিছিল। মন্দিৰাই প্ৰতিটো কথাই তাইক কৈছিল। পিক্‌নিকৰ দিনাখনেই যে সিহঁতে কিবা এটা কৰিব সেই কথাও তাই তাইক জনাই থৈছিল।

আৰু পিকনিকৰ দিনা ৰাতিপুৱাই ওচৰা-ওচৰিকৈ থকা দুখন ঘৰৰ পৰা ওলাই আহিছিল দুজনী ছোৱালী ; জুবি আৰু মন্দিৰা।

কিন্তু পথৰ মাজত সিহঁত এৰাএৰি হৈছিল। জুবি গৈছিল কলেজলৈ। সাত বজাত কলেজ প্ৰাঙ্গনৰ পৰা সিহঁতে পিকনিকৰ ঠাইলৈ যাত্ৰা কৰিব। আৰু আন দুজন যাত্ৰী মন্দিৰা আৰু উবেদুলক লৈ নগাৱঁৰ পৰা ডিব্ৰুগড়লৈ যাত্ৰা কৰিব এখন টেক্সী।

"পিকনিকলৈ যোৱা জুবিয়ে কিন্তু পিকনিকৰ উলহ-মালহত যোগ দিব পৰা নাছিল। সন্ধিয়া ঘৰলৈ উভতি যোৱাৰ পিচত মন্দিৰাৰ মাকক তাই কি বুলি কব? আৰু সেইটোৱে হৈছিল। মন্দিৰা উভতি নোযোৱা দেখি মাকে আহি তাইক মন্দিৰাৰ কথা সুধিছিল। তাই কান্দি দিছিল।

"তাই জানো ঘৰলৈ অহা নাই? তাইচোন আধাখিনি বাটৰ পৰাই গা বেয়া লাগিছে বুলি পিকনিকলৈ নগৈ ঘৰলৈ ঘূৰি আহিছিল। মই আকৌ তাইৰ খবৰ কৰিবলৈ আপোনালোকৰ ঘৰলৈ যাম বুলিহে ভাবিছিলোঁ।"

কিন্তু পিচদিনা বাতৰি কাকতত খবৰটো পঢ়ি আশঙ্কাত তাই কঁপি উঠিছিল। বুঢ়া পাহাৰৰ ওচৰত সামৰিক বাহিনীৰ ট্ৰাকৰ লৈতে দুৰ্ঘটনাত পতিত হোৱা টেক্সিখনৰ যাত্ৰী দুজনৰ নাম বাতৰিত প্ৰকাশ নহলেও তাই বুজিছিল: সেই যাত্ৰী দুজন কোন হব পাৰে।

তাই সিদিনা ভগবানৰ ওচৰত প্ৰাৰ্থনা জনাইছিল: তাইৰ অনুমানটো যেন সঁচা নহয়—সঁচা নহওক।

কিন্তু মানুহৰ সকলো প্ৰাৰ্থনাই পূৰণ নহয়।

তাইৰো নহ'ল।

পিচত জুবিয়ে শুনিছিল: ঘটনাস্থলীতে মটৰ চালকজনৰ মৃত্যু হৈছিল। মন্দিৰাৰ মৃত্যু হৈছিল হাস্পাতালত: মাত্ৰ জীয়াই থাকিল এজন। পজু উবেদুল।

কেইদিনমান পিচত ঘটনাটো সদৰি হৈ পৰিছিল। মাহী বুলি মতা মন্দিৰাৰ মাকে তাইক শাওপাত দিছিল। মাক-দেউতাকেও তাইকেই দোষাৰোপ কৰিলে।

প্ৰায় খাটাং হৈ যোৱা তাইৰ বিয়াখন তেনেকৈয়ে এদিন ভাঙি গ'ল। হেৰাই গ'ল ঘৰখনৰ মিঠা পৰিবেশ। বিষাক্ত হৈ পৰিল তাইৰ জীৱন। অন্তৰত জুবি ছটফটাই উঠিল। অকণমান শান্তি—আৰু প্ৰশান্তি বিচাৰি সিদিনাৰ পৰা তাই হৈ পৰিল ভগৱান বিশ্বাসী।

অৱশেষত তেনেকৈয়ে এদিন জুৰিৰ জীৱনলৈ ঘূৰি আহিল জীয়াই থকাৰ নতুন উছাহ। পৰিবৰ্তন। ক'ৰবাত ভেটা পৰা খৰালিৰ জুৰিৰ বুকুলৈ নামি আহিল ভৰ-বাৰিষাৰ বন্যাৰ সোঁত। প্ৰাণচঞ্চল গতি।

তাৰ পিচতো সি জুৰিক লগ পাইছে। কথা পাতিছে।

আজিও লগ পায়। কথা পাতে। হাঁহে।

সিহঁতক দেখি বহুতেই হয়তো কব: এহাল স্বপ্নাতুৰ ডেকা-গাভৰু। যৌৱনৰ উছলি-মুছলিত নিজক পাহৰি যোৱা এজন যুৱক আৰু এজনী যুৱতী।

কিন্তু?

এৰা, সিহঁতে কিয় ইজনে সিজনক ভাল পাব নোৱাৰিলে বাৰু? ইমান ঘনিষ্ঠ হৈ পৰাৰ পিচতো সিহঁতৰ মাজলৈ সেই দুৰ্বলতা নাহিল কিয়?

: এইখিনিতেই বোধহয় আন কলেজৰ ছাত্ৰ-ছাত্ৰীবোৰৰ লগত মেডিকেল কলেজৰ ছাত্ৰ-ছাত্ৰীৰ পাৰ্থক্য; প্ৰভেদ। সিহঁতৰ শিক্ষাই, ডিচেকশ্যন্, এনাটমি আৰু অপাৰেশ্যন কক্ষত শিকোৱা মানৱদেহৰ গঠন বিশ্লেষণে ন-যৌৱনৰ প্ৰণয় চঞ্চলতাত ভেটা দিয়ে; বাধাৰ সৃষ্টি কৰে। প্ৰেমৰ ৰঙীন স্বপ্ন হৈ পৰে সিহঁতৰ কাৰণে অৰ্থহীন। কাটি-কুটি থকা-সৰকা কৰা ৰোগীবোৰৰ বিকৃত বিভিন্ন অঙ্গই সিহঁতৰ মনৰ পৰা কাঢ়ি নিয়ে দেহশ্ৰীৰ আকৰ্ষণ। মৃত্যু হয় দেহজ প্ৰেমৰ।

প্ৰকাশে ভাবি ভাবি সেইটোকে ঠিৰাং কৰিছিল।

কিন্তু প্ৰবাল-পাপৰি? নয়নজ্যোতি আৰু বৰ্ণালী?

সিহঁত হয়তো এইখন কলেজৰ ব্যতিক্ৰম। সাধাৰণ ডেকা-গাভৰু আকৰ দৰেই সাধাৰণ।

সেই মুহূৰ্তত প্ৰকাশৰ চকুৰ আগত ভাঁহি উঠিছিল আন এটা চৰিত্ৰ; সমীৰৰ।

সি চিনি পোৱা ল'ৰা-ছোৱালীবোৰৰ মাজৰ বুজিব নোৱাৰা এটা অদ্ভুত চৰিত্ৰ।

॥ সাত ॥

মেডিকেল কলেজখনক বুকুৰ মাজত সাবটি একাষত হোষ্টেলকেইটাক মাতৃৰ মৰমেৰে শুৱাই লৈ শুই থকা এখন পাহাৰ। এইখন পাহাৰৰ বুকুত থকা এইকেইটা ছাত্র আৰু ছাত্রীবাসক অসমৰ কোনো কলেজৰ হোষ্টেলৰ লগতে ৰিজাব নোৱাৰি। এই কলেজ হোষ্টেলকেইটাত আনবোৰ হোষ্টেলৰ দৰে প্রাণচঞ্চল উত্তেজনাৰ সৃষ্টি নহয়। চহৰৰ হাই-উকমি, ৰাজপথৰ কোলাহলে এই কলেজৰ হোষ্টেলবোৰক চঞ্চল কৰি তুলিব নোৱাৰে। এটা শান্ত-নির্জন পৰিবেশ। ছাত্র-ছাত্রীবোৰৰ অধ্যয়নত ব্যাঘাত জন্মোৱা চহৰৰ কোলাহলে নৰকাচলৰ হোষ্টেলকেইটাক স্পর্শ কৰিব নোৱাৰিলেও এই হোষ্টেলকেইটাতো উত্তেজনা আছে। আছে উৎসাহ-উদ্দীপনা; আশা আৰু হতাশা। সেইবোৰক তল পেলাই মাজে সময়ে সৃষ্টি হয় এক নতুন বস্তু উত্তেজনাৰ।

এক নম্বৰ হোষ্টেলৰ সন্মুখৰ বাগানখনত থকা অমিতা জোপাৰ পৰা পৰা অমিতা চুৰ কৰিবলৈ গৈ নবই এদিন সন্ধিয়া বিপুলহঁতক চিঞৰি মাতিছিল: এই বিপুল, দেব, বেগাই ওলাই আহ। চেগুন জোপাৰ তলত সৌটো কি চাহি। বোম্ শিয়াল বে।

বিপুল-দেবহঁতৰ খং উঠিছিল।

বাহিৰত পুহ মাহৰ জাৰ। এই বাত্তিখন পঢ়া মেজৰ পৰা উঠি বাবলৈ সিহঁতৰ মন নগ'ল। শিয়াল চাবলৈ তেনেদৰে চিঞৰ-বাথৰ লগোৱা কাৰণে সিহঁতে ওভোতাই নবকহে ঢমক্ দিছিল।

হোষ্টেলবোৰত উৎসাহী নতুবা চঞ্চল ছাত্রৰ অভাৱ নাই। দেব, বিপুলহঁত কমৰ পৰা ওলাই নাহিলেও—ওলাই আহিছিল আন কেইজনমান ছাত্র। সিহঁতকৈ জুনিঅৰ ছাত্রকেইজনে শিয়ালটোক যেন জীয়াই জীয়াই ধৰিহে আনিব।

নবৰ আঙুলিৰ নির্দেশ পাই কোনোবা এজনে হাতৰ টর্চটো টিপি দিছিল। পোহৰত চেণ্ডৰ জোপাৰ গুৰিটো জিলমিলাই উঠিল।

কিন্তু সেইটো জানো শিয়াল?

সেই মুহূর্ততে 'খালে ঔ' বুলি নব মাটিত ঢলি পৰিল। তাৰ হাতৰ পকা অমিতা দুটা দূৰত উফৰি পৰি বনৰ মাজত হেৰাই গ'ল।

নবৰ আর্তনাদ শুনি দেব, বিপুল, ৰবীন, অলকহঁতো বাহিৰলৈ ওলাই আহিছিল। আনফালৰ পৰা ওলাই আহিছিল অসীম, প্ৰকাশ আৰু দীপক।

শিয়াল বুলি ভবা নাহৰ ফুটুকীটোৱে গোজৰনি এটা মাৰি বহাৰ পৰা তেতিয়া থিয় হৈছিল। ভয়ত কেইজনমান ছাত্রই হৰমুৰকৈ হোষ্টেলৰ ভিতৰলৈ সোমাই আহিছিল।

সিহঁতক খেদি আহিব বুলি ভবা নাহৰফুটুকীটো কিন্তু সিহঁতৰ পিনে আগবাঢ়ি নাহিল। গম্ভীৰ পদক্ষেপেৰে অলপ দূৰ গৈয়েই নাহৰফুটুকীৰ স্বাভাৱিক চঞ্চলতাৰে জপিয়াই জপিয়াই ওচৰৰ পাহাৰখনৰ হাবিৰ মাজত হেৰাই গৈছিল।

ইতিমধ্যে কেইজনমানে চলি পৰা নবক দাংদোলাকৈ ৰুমৰ ভিতৰলৈ লৈ আহিছিল।

তাৰ পিচত বাঘটোক সিহঁতে আৰু দেখা নাই। হোষ্টেলৰ চৌহদলৈ কেঁকোবা খাবলৈ অহা শিয়ালটোকে নাহৰফুটুকী বুলি ভাবি কেইজনমানে কেবাদিনো হুলস্থুল লগোৱাৰ ঘটনাই হোষ্টেলটোৰ ছাত্রবোৰৰ মাজত হাঁহিৰ খোৰাক যোগাইছিল। কিন্তু হোষ্টেলৰ চোতালত আৰু তলৰ মহলাৰ বাৰাণ্ডাত সন্ধিয়াৰ পিচত আগৰ দৰে কোনো ছাত্রক আৰু দেখা পোৱা নগ'ল।

সিহঁতে বাঘটোক ছুনাই নেদেখিলেও নাহৰফুটুকীয়ে কিন্তু নিজৰ অস্তিত্ব ঘোষণা কৰিবলৈ পাহৰা নাছিল। এমাহৰ ভিতৰতে চুপাৰ চাবহঁতৰ গোহালিৰ পৰা কেবাটাও ছাগলী আৰু দামুৰি পোৱালী অন্তৰ্ধান হ'ল।

প্ৰথমদিনা এক নম্বৰ হোষ্টেলৰ চুপাৰৰ গোহালিৰ পৰা নাইকিয়া হোৱা নোদোকা পঠা ছাগলীটোৰ কাৰণে সমীৰেই ভৰ্ৎসনা খাবলগীয়া হৈছিল। চুপাৰে খং আৰু ছাগলী হেৰুওৱাৰ বেজাৰত সমীৰৰ কোনো কথা শুনিব খুজি "দিছ ইজ ভেৰী ব্যাড সমীৰ, ভেৰী ব্যাড। আই কান নেভাৰ টলাৰেট ইন কিউচাৰ" বুলি ভোৰভোৰাই আঁতৰি গৈছিল।

কিন্তু চুপাৰ বৰপূজাৰীৰ সন্দেহ এদিন দূৰ হ'ল। তাৰ কেইদিনমান পিচত গোহালিৰ পৰা নাইকিয়া হোৱা দামুৰি পোৱালী আৰু আন দুটা হোষ্টেলৰ চুপাৰ দুজনৰ 'গোট খেড'ৰ পৰা হেৰোৱা মাইকী ছাগলী দুটাই বৰপূজাৰীৰ সন্দেহ অমূলক বুলি প্ৰমাণ কৰিছিল। আধাখোৱাকৈ এৰি থৈ চিকাৰৰ মৰা শ এটাও এদিন পাহাৰৰ নামনিৰ গছ এজোপাৰ তলৰ জোপোহা এটাৰ মাজত আৱিষ্কাৰ হ'ল। বস্তিৰ নেপালী এজনে খৰি লুৰিবলৈ থাওঁতে বাঘে আধা খাই এৰি থৈ যোৱা মাইকী ছাগলীজনীৰ কথা আটাইকেইটা ছাত্ৰাবাসতে সদৰি হৈ পৰিল। চুপাৰইঁতেও শুনিলে। চাৰি নম্বৰ হোষ্টেলৰ চুপাৰে আগদিনা ৰাতি গোহালিৰ পৰা নাইকিয়া হোৱা ছাগলীজনীৰ মৰাশটো চিনাক্ত কৰি আহিল।

অৱশেষত না হৰফুটুকীৰ অন্তপালিয়ে চৰমসীমা পাইছিলগৈ।

বঙালী ভদ্ৰলোকজনৰ ফাৰ্মৰ পৰা সমীৰে মুৰ্গী অনাৰ পিচদিনাখনৰ ঘটনা।

ৰাতিপুৱা সদায় দেৰিকৈ উঠা সমীৰৰ শুই উঠোতে সিদিনাও ন বাজিছিল। ৰবীনহঁতৰ অসুবিধা হব বুলি সোনকালে শুই উঠা নাছিল।

কিন্তু ৰবীনহঁতৰ কোনো অসুবিধা নহ'ল। আনদিনাৰ দৰে সোনকালে বিছনাৰ পৰা উঠি মুখ-হাত ধোৱাৰ পিচতহে সিদিনা ৰাতি 'ডাৰলিং'কৈ শোৱা ৰবীন আৰু অলকৰ মনত পৰিল: কলেজ বন্ধ। ক্লাছ নহয়।

টোপনিৰ পৰা উঠা সমীৰে চাহ একাপৰ প্ৰয়োজন বৰকৈ অনুভৱ কৰি ৰবীন আৰু অলকক চাহ খাবলৈ যোৱাৰ কাৰণে লগ ধৰিছিল।

"চাহ ইয়াতে খাব সমীৰদা। অসীমৰ ৰুমত মই চাহৰ ব্যৱস্থা কৰিছোঁ।"

অলকৰ কথা শুনি "গুড" বুলি সি তাৰ পিঠিত থপৰিয়াই দিছিল।

সেই সময়তে দুৱাৰ খুলি কোঠাটোলৈ সোমাই আহিছিল অনুপ। সিহঁত তিনিওজনে দুৱাৰমুখলৈ চাই পঠিয়ালে। কিন্তু অসীম নহয়। অনুপ।

সমীৰক দেখি অনুপ থত্‌মত্‌ খাই থিয় হৈ ৰ'ল। সেই সময়ত সি তাত সমীৰৰ উপস্থিতি আশা কৰা নাছিল।

"কি হ'ল অনুপ?" ৰবীনে সুধিছিল।

"বৰ বেয়া কথা হ'ল অ' ৰবীন। বাঘটোৱে বৰ উৎপাত আৰম্ভ কৰিছে। যোৱা ৰাতি পাহাৰৰ সিফালে থকা বস্তিৰ পৰা মানুহ এজনীক টানি লৈ গ'ল। চাবলৈ যাবি নেকি অলক? যাব সমীৰদা?"

ইতিমধ্যে অনুপৰ পিচে পিচে অহা নৰ, বিপুলহঁতে সিহঁতক আগুৰি ধৰিছে।

"অলক, অসীমক কোবাই চাহ আৰু নালাগে। হৰদেউৰ দোকানতে যাম। ইমানবোৰক অসীমে চাহ খুৱাব নোৱাৰিব।"

হৰদেউৰ দোকানত চাহ খাই বহিলৈ গৈ সিহঁতে দেখিছিল—এজাক মানুহৰ জুমৰ মাজত এজনী ষোড়শী গোৰ্খালি গাভৰুৰ মৃতদেহ। বুকু, ডিঙি আৰু তলপেটৰ কিছু অংশ নাই। মৃত গাভৰুজনীৰ মাকজনীক বয়সস্থ মানুহ এজনে সিহঁতৰ ভাষাত কিবা বুজাবলৈ যত্ন কৰিছে। কিন্তু তালৈ তাইৰ ভ্ৰুক্ষেপ নাই। মানুহজনৰ বুজনিত মাকজনীৰ কান্দোন বন্ধ হোৱাৰ সলনি বৰং বেছিহে হৈছিল।

গোৰ্খালি মানুহজাকৰ চকু-মুখত ক্ষোভ আৰু বেদনাৰ ছাপ। গাভৰুজনীক হেৰুওৱা দেউতাকৰ সকৰুণ চকুহালিলৈ সমীৰে চাব নোৱাৰিলে।

কিন্তু উপায় নাছিল। খুউব বেছি গাভৰুজনীৰ শোকত ভাঙি পৰা মাক-দেউতাক হালক সিহঁতে বুজাব পাৰে; সান্ত্বনা দিব পাৰে। ধৈৰ্য্য ধৰিবলৈ কব পাৰে। কিন্তু সেই বুজনিয়ে সন্তানহাৰা পিতৃ-মাতৃহালৰ সন্তানৰ শোক পাহৰাব নোৱাৰে।

"বিপুল, বলা। আহাঁ ৰবীন। এনেদৰে চাই থাকি কিটো কৰিবা?"

সমীৰ আঁতৰি আহিল। সমীৰক অনুসৰণ কৰি আঁতৰি আহিছিল সাত-জনীয়া ছাত্ৰৰ এটা সৰু দল। নৰ, বিপুল, অৰূপ, অসীম, ৰবীন, অনুপ আৰু অলক।

জীৱনটোক 'এডভাঞ্চাৰ' হিচাপে লব খোজা সমীৰৰ কাৰণে এয়া যেন এটা চেলেঞ্জ। নাহৰফুটুকীটোৱে সিহঁতৰ ক্ষমতাক অপমানিত কৰিব খুজিছে।

"কিবা এটা কৰিব নোৱাৰিলে ই কেতিয়াবা হোষ্টেলৰ ল'ৰাবোৰকো খপিয়াব।"—বিষণ্ণ মনে মৌন হৈ অহা সমীৰে মৌনতা ভাঙি কৈ উঠিল।

"এৰা সমীৰদা, বাঘটো নামাৰিলে আমাৰ বিপদ হব।" অনুপে উত্তৰ দিছিল।

"নৰ, আজি ৰাতি মোৰ লগত ওলাবা। ক'ৰবাত বন্দুক এটা পাওঁ যদি তাক এবাৰ বিচাৰি যাম।"

সমীৰে নৰলৈ চাই কৈছিল যদিও লক্ষ্য কিন্তু অকল নৰই নাছিল। বিপুল, ৰবীনহঁতৰ আটাইবোৰকে উদ্দেশ্য কৰি কৈছিল।

"সেউতাৰ বন্দুক এটা আছে সমীৰদা। মই আনি দিব পাৰিম কিজানি। কিন্তু কার্টিজহে নহব হবলা।"

অৰূপে বন্দুক এটা যোগাৰ কৰি দিয়াৰ আশ্বাস দিলে। "এৰা, কার্টিজৰ বহুত দাম বাঢ়িল।" অভিজ্ঞ চিকাৰীৰ দৰে কোৱা নৰৰ কথাবাৰত হাঁহি উঠিব খোজা সমীৰে কব খুজিছিল: দাম জানো অকল কার্টিজৰে বাঢ়িছে? আন বস্তুৰ বঢ়া নাই? সর্বসাধাৰণ ৰাইজে কার্টিজ খাই জীয়াই নাথাকে। কিন্তু নকলে। ভেকা মনটোৱে তাক কৈ উঠিল: এটা বা দুটা কার্টিজ হলেই বনৰ বাঘ মাৰিব পাৰি। বনৰ বাঘে কেতিয়াবা কাচিৎহে খায়। কিন্তু দেশৰ লাখ লাখ জনতাক নিতৌ কামুৰি খোৱা সমাজৰ বাঘবোৰক গুলিয়াবলৈ আমাৰ কার্টিজ ক'ত? কোনে গুলিয়াব?

অৰূপ মানে অৰূপ ব্ৰহ্ম।

অৰূপহঁতৰ ঘৰ গুৱাহাটীৰ পৰা বেছি দূৰত নহয়। ৰকোৰ পৰা মাথোন এমাইল বাট। এতিয়াই গলে সিহঁতে সন্ধিয়াৰ আগে আগে বন্দুকটো লৈ ঘূৰি আহিব পাৰিব।

কিন্তু সমীৰৰ সন্দেহ হৈছিল। অৰূপে আশ্বাস দিলেও সেউতাকে বন্দুকটো দিয়ে বা নিদিয়ে?

কিন্তু দিছিল; আৰু বন্দুকটোৰ লগতে দিছিল প্ৰয়োজনীয় কেইটামান কার্টিজ। সমীৰ আৰু অৰূপ ঘূৰি আহি আবেলিতে গুৱাহাটী পালেহি।

চিকাৰৰ কাৰণে অকল বন্দুক আৰু কার্টিজেই যথেষ্ট নহয়। আৰু বহুত বস্তুৰ প্ৰয়োজন। অৰূপক হোষ্টেললৈ পঠিয়াই দি সমীৰে এটা শক্তিশালী টর্চ, দা-বচি আদি যোগাৰ কৰাত ব্যস্ত হৈ পৰিল। হোষ্টেললৈ উভতি অহা অৰূপক সি নির্দেশ দি পঠিয়ালে: ৰবীন আৰু বিপুল যেন সন্ধিয়াৰ আগে আগে আহি তাক হৰদেউৰ দোকানত লগ ধৰেহি। আহোঁতে টর্চ দুটা লগত লৈ আহিবলৈ যেন নেপাহৰে।

অৰূপ আঁতৰি গৈছিল।

প্ৰয়োজনীয় দা-সঁজুলিখিনি যোগাৰ কৰি সমীৰে হৰদেউৰ দোকানত ৰবীন আৰু বিপুললৈ অপেক্ষা কৰি ৰ'ল।

সন্ধিয়া হওঁ হওঁ।

তাহানি হাঁহ চিকাৰলৈ যোৱা কাহিনীবোৰ তাৰ চকুৰ আগত ভাহি

উঠিল। তাৰ পিচত কিবা এটা চিন্তাত সমীৰ কেতিয়া মগ্ন হৈ পৰিছিল সি নিজেই নাজানে।

"সমীৰদা।"

কাৰোবাৰ মাতত তন্দ্ৰাভূত সমীৰ উচপ্ খাই উঠে।

"নব, তুমি আহিলা যে? ৰবীনৰ কি হ'ল?" তাৰ সন্মুখত থিয় হৈ থকা নব আৰু বিপুললৈ চাই সমীৰে প্ৰশ্ন কৰে।

"ৰবীন আহিব খুজিছিল। ইহে আহিবলৈ নিদিলে। চিকাৰত বোলে ইয়াৰ বৰ চখ্।" নবৰ সলনি সমীৰৰ প্ৰশ্নটোৰ উত্তৰ দিছিল বিপুলে।

সমীৰে একো নামাতিলে। সি বুজিছিল: নবৰ এই আগ্ৰহৰ গুৰি ক'ত? প্ৰথমদিনা নাহৰফুটুকীটো দেখি মূছকছ যোৱা নবৰ এয়া কলঙ্ক মোচনৰ প্ৰচেষ্টা। কাৰণ সেই ঘটনাটোৰ পিচৰে পৰা হোষ্টেলৰ ল'ৰাবোৰে তাক জোকাইছিল: সাহসী বীৰ।

এটা নতুন নাম: ভৰ্পোক।

• সমীৰে হাতৰ ঘড়ীটোলৈ চালে। বাহিৰত তেতিয়া এন্ধাৰ নামিছে। সমীৰ বহাৰ পৰা উঠিল। তাৰ পিচত হৰদেউৰ পৰা দা এখন লৈ সিহঁত ওলাই গ'ল।

পাহাৰৰ নামনিৰ ৰঙা মাটিৰ লুং-লুঙীয়া এটা সৰু বাট। সেই বাটটোৰে আগবাঢ়ি গৈ প্ৰকাণ্ড শিল এচটাৰ ওচৰত সিহঁত থমকি ৰল। ওচৰতে এটা জোপোহা; অদূৰত পাহাৰৰ পৰা বৈ আহি জমা হোৱা এখণ্ড সৰু জলাশয়। অকণমান আঁৰত সৰু-বৰ কেবাজোপাও গছ। জোপোহাটোৰ ওচৰৰ বনবোৰৰ ওপৰত তেজৰ দাগ। কিন্তু নব আৰু বিপুলে তালৈ লক্ষ্য কৰা নাছিল। নামি অহা সন্ধিয়াৰ পাতল আন্ধাৰে সিহঁতৰ দৃষ্টিৰ পৰা তেজৰ দাগবোৰ লুকাই ৰাখিছিল।

ঘন পাত আৰু ফেৰেঙনি থকা গছ এজোপা বিচাৰি সমীৰে চাৰিওফালে চালে। জোপোহাটোৰ পৰা কিছু দূৰত থকা গছবোৰ বেঁন পাতযুক্ত আৰু শকত। কিন্তু চাং সাজিবলৈ ফেৰেঙনি নাই। সমীৰ অলপ হতাশ হৈ পৰিল। চাং এখন সাজি লব নোৱাৰিলে গছৰ ডালত বহি বাঘ চিকাৰ কৰাৰ আশা মিছা। কাৰণ চিকাৰ কোন সময়ত আহে সেই বিষয়ে নিশ্চিত হোৱা টান। গছৰ ডালত বহি সৰহ সময় চিকাৰলৈ অপেক্ষা সম্ভৱ নহয়। তেনেক্ষেত্ৰত লক্ষ্যভ্ৰষ্ট হোৱাৰ সম্ভাৱনাই বেছি।

কিন্তু সমীৰ নিৰাশ নহ'ল। প্ৰয়োজন হলে নৰ আৰু বিপুলক হোটেললৈ পঠিয়াই ওচৰৰ শিলচটাৰ ওপৰত বহি অকলেই সি চিকাৰলৈ অপেক্ষা কৰিব। অৱশ্যে মাটিৰ পৰা বাঘ চিকাৰৰ প্ৰচেষ্টা এটা মূৰ্খামি। তদুপৰি অকলে চিকাৰলৈ খাপ পাতি থোৱা আৰু বিপদজনক। চাৰিওফালে সতৰ্ক দৃষ্টি ৰাখিবলৈ একাধিক মানুহৰ প্ৰয়োজন।

সি নৰহঁতক উভতি যোৱাৰ কথা কব খুজিছিলেই। কিন্তু সেই মুহূৰ্ততেই চকুত পৰিল জোপোহাটোৰ পৰা যথেষ্ট দূৰত থিয় হৈ থকা এজোপা গছ। গছ জোপাত চাং সজাৰ সুবিধা আছে। পাতো বেছ ঘন। মাটিৰ পৰা পোন্ধৰ হাত-মান ওপৰত থকা ফেৰেঙনিটো বেছ শকত। কিন্তু বেছি দূৰ হৈ পৰিব নেকি? জোপোহাটোৰপৰা গছ জোপাৰ দূৰত্ব সমীৰে অনুমান কৰি ললে। তাৰ পিচত ঠিকে পাব বুলি বিশ্বাস হোৱাত গছজোপাৰ ওচৰলৈ আগবাঢ়ি গ'ল।

সন্ধিয়াৰ আগতেই সিহঁতে গছজোপাত চাং এখন সাজি থব লাগিছিল। কিন্তু বাঘটোৱে মৃতদেহটো লুকাই থৈ যোৱা ঠাইখিনি চাবলৈ আহোঁতে সমীৰে সেই কথা পাহৰিয়েই গৈছিল।

কিন্তু যি ভুল হ'ল সেই কথা ভাবি ভেতিয়া আৰু পলম কৰাৰ সময় নাছিল। খৰাখেদাকৈ চাং এখন সাজি লোৱাত সমীৰহঁত ব্যস্ত হৈ পৰিল। গছৰ ডাল কেইটামান কাটি গছজোপাৰ ফেৰেঙনিত সিহঁতে চাং এখন সাজি ললে।

তাৰ পিচত অভিজ্ঞ চিকাৰীৰ দৰে চিকাৰৰ অপেক্ষাত সিহঁত প্ৰস্তুত হৈ ৰ'ল। সমীৰ জোপোহাটোৰ ওপৰত দৃষ্টি স্থিৰ কৈ ৰহিল। নৰ আৰু বিপুলৰ কোনে কোনফালে লক্ষ্য ৰাখিব আৰু চিকাৰ দেখিলে কি সঙ্কেত দিব সেই কথা সিহঁতক বুজাই দিবলৈও সমীৰে নাপাহৰিলে।

"মুখেৰে একেবাৰে শব্দ নকৰিবা। মাত শুনিলেই চিকাৰ পলাব। টৰ্চ আনিছা নহয় নৰ?"

"হয়; আনিছোঁ সমীৰদা।" বুলি নৰই পকেটৰ পৰা পেন্সিল্ টৰ্চ এটা উলিয়াই দেখুৱালে।

টৰ্চটো দেখি নৰৰ গালত চৰ এপাট সোধাই দিবলৈ তাৰ ইচ্ছা হৈছিল। কিন্তু পিচ মুহূৰ্ততে নিজক সংযত কৰি সমীৰ মনে মনে থ'ল। চিকাৰত সাহসতকৈও ধৈৰ্য্যৰ প্ৰয়োজন খুউব বেছি! তাতকৈও প্ৰয়োজন প্ৰত্যুৎপন্নমতি।

লাহে লাহে সন্ধিয়াৰ পাতল এন্ধাৰে বাতিৰ গাঢ় এন্ধাৰৰ ৰূপ ললে।

এমিনিট দুমিনিটকৈ সময় আগবাঢ়ি গ'ল। তেনেকৈয়ে নিশ ন বাজিল। কিন্তু চিকাৰৰ কোনো দেখা-দেখিয়েই নাই। ঠিক সময়তেই ছাত্ৰীবাসৰ ডাইনিংহলৰ পৰা ভাত খোৱা বেলৰ শব্দ ভাঁহি আহি সিহঁতৰ কাণত পৰিল।

"শুনিছা বিপুল; খোৱা ভাতৰ বেল।"

সমীৰৰ সাৱধান বাণীৰ কথা পাহৰি নবই কৈ উঠিল। "কথা নকবা নব। মানুহৰ মাত শুনিলে চিকাৰ নাহে।" সমীৰে তাক পুনৰ সাৱধান কৰি দিলে।

"ছৰি সমীৰদা। এক্সকুইজ মি প্লিজ।"

সমীৰে বুজিলে: নবক সতৰ্ক কৰি দি লাভ নাই। দ্বিতীয়বাৰ সাৱধান কৰি দিবলৈ গলে নবই আক কিবা এবাৰ কৈ উঠাৰ ভয়ত সমীৰ মনে মনে থাকিল।

সমীৰ তেনেদৰে নিস্তব্ধ হৈ পৰিলত নবই দুনাই কথা কোৱাৰ সাহস নাপালে। অপেক্ষামান মুহূৰ্তবোৰ তেনেকৈয়ে আগবাঢ়ি গৈছিল। নীৰৱ, নিস্তব্ধ। মৌন। কিন্তু উত্তেজনাপূৰ্ণ।

আকাশত কৃষ্ণপক্ষৰ শেঁতা জোনটোলৈ অপেক্ষা কৰি তৰাজাকে চকু টিপিয়াইছিল। মাজে মাজে বৈ অহা দুই-এজাক চেঁচা ফিৰফিৰীয়া বতাহে কঁপাই থৈ গৈছিল প্ৰতীক্ষাৰত তিনিটা প্ৰাণীৰ কুমলীয়া দেহ। চেগুনৰ ডাঠ পাতবোৰত বতাহৰ ঢৌ লাগি সৃষ্টি হৈছিল ভয়লগা এটা অচিনাকি শব্দ: এটা ভয়াল পৰিবেশ।

টৰ্চটো টিপি সমীৰে হাতৰ ঘড়ীটোলৈ চাব খুজিছিল। কিন্তু প্ৰয়োজন নহ'ল। ওচৰৰ কোনোবা এটা ওৱাৰ্কশপৰ পৰা ভাঁহি অহা কাঁহৰ শব্দই সিহঁতক সময়ৰ সংকেত দি গ'ল।

"অই বিপুল, তোৰ জাৰ লগা নাই?"

নিস্তব্ধতা ভংগ হোৱাৰ ভয়ত নবৰ প্ৰশ্নটো শুনিও বিপুল মৌন হৈ ৰ'ল। বিপুলৰ পৰা কোনো সঁহাৰি নাপাই "হেৰৌ, টোপনিয়াইছ নেকি?" বুলি সুধিব খোজা নবৰ হঠাতে সমীৰে সাৱধান কৰি দিয়া কথা কেইষাৰলৈ মনত পৰি সি সচেতন হৈ পৰিল। মনে মনে ৰ'ল।

কিন্তু সেই মুহূৰ্ততে ঘটিছিল এটা অঘটন। কেতিয়াও নুশুনা শব্দ এটা শুনি 'বিপুল ঔ' বুলি নবই সমীৰক বিপুল বুলি সাবটি ধৰিছিল।

"ধেৎ, মনে মনে থাক্ না। ফেঁচাৰ মাতটোও বুজি নাপাৱ নে?" বিপুলে তাক ধমক দিছিল।

"কেঁচা ?" সন্দিহান নবই বিপুলক বিশ্বাস কৰিব নোৱাৰি পুনৰ সোধাৰিলে।

"তুমি বৰ ভয় খাইছা—নহয় নব ?" কঁকালৰ পৰা নবৰ হাত তুখন একেবাৰলৈ যত্ন নকৰি সমীৰে অস্ফুট সুৰত সুধিলে।

"নাই সমীৰদা—ভয় খোৱা নাই। কিন্তু কেঁচাৰ এনেকুৱা মাত……।" লাজ পাই সমীৰৰ কঁকালৰপৰা হাত তুখন একেবাই আনি নব আকৌ আগৰ দৰে সজাগ হৈ ৰহিল।

তাৰ পিচতো সময় আগবাঢ়িছিল।

সমীৰ নিজেও এইবাৰ অধৈৰ্য্য হৈ পৰিল। আধা খোৱাকৈ এৰি থৈ যোৱা মৰা চিকাৰ খাবলৈ বাঘ তালৈ আৰু নাহে বুলি তাৰ ধাৰণা বদ্ধমূল হৈ পৰিছিল। চিকাৰৰ আশা পৰিত্যাগ কৰি হোষ্টেললৈ উভতি যাব নে আৰু কিছুসময় অপেক্ষা কৰিব ভাবি থাকোঁতেই তাৰ কাণত পৰিল মৰাপাটৰ ঠাৰি ভঙাৰ দৰে এটা অস্পষ্ট শব্দ। শব্দটো ক্ৰমে স্পষ্ট হৈ সিহঁতৰ পিনেই আগবাঢ়ি আহিছে। কিবা এটা উত্তেজনা আৰু শিহৰণত নিমিষতে চকল হৈ পৰা সমীৰে চাৰিওফালে এবাৰ সতৰ্ক দৃষ্টি বুলাই সজাগ হৈ ৰহিল। বন্দুকটো খামুচি চিকাৰৰ লৈতে মুখামুখি হোৱাৰ আশাত অপেক্ষা কৰি ৰ'ল।

কিন্তু শব্দটো হঠাতে ক'লৈ গ'ল ? কাণ তুখনে তাক ঠগিব খুজিছে নেকি ? বিপুলহঁতক সি কব নেকি : চিকাৰ অহাৰ সঙ্কেত পাইছোঁ। সতৰ্ক হৈ চাৰিওফালে তীক্ষ্ণ দৃষ্টি ৰাখিবা নব। মৰাপাটৰ ঠাৰি ভঙাৰ দৰে কিবা শব্দ কাণত পৰে নেকি শুনিবাচোন।

কিন্তু নকলে। কাৰণ ইতিমধ্যে নবৰ সাহসৰ কথা সমীৰে ভালদৰেই বুজি পাইছিল। অথচ সিহঁত তুজনক সাৱধান কৰি নিদিয়াটোও বিপদজনক।

নাহৰফুটুকী বাঘৰ খোজৰ শব্দ জানো ঢেকীয়াপতীয়া বাঘৰ লৈতে একে ?

কিন্তু সেই প্ৰশ্নৰ উত্তৰ বিচাৰিবলৈ সমীৰৰ সময় নহ'ল। জোপোহাটোৰ ওচৰত স্থিৰ হৈ বৈ থকা জলন্ত তুইৰ আঙনি ছুটা দেখি সি সচেতন হৈ পৰিল। বন্দুকৰ নলীৰ আগত বান্ধি ৰখা টৰ্চটো লক্ষ্য বিন্দুলৈ পোনাই সি বুটামটো টিপি দিলে। হঠাতে উজ্জ্বল হৈ পৰিল আন্ধাৰে আবৰা পাহাৰখনৰ বাঘনিৰ এটা বিশেষ অংশ।

এটা উত্তেজনাপূৰ্ণ মুহূৰ্ত। লক্ষ্য ভেদৰ বাবে প্ৰস্তুত হৈ ট্ৰিগাৰত লাগি

থকা আঙুলিটো গাৰৈ টানি দিব খোজোতেই সমীৰৰ সকলো আয়োজন ব্যৰ্থ হৈ গ'ল।

"সমীৰদা, সৌটো।" বুলি এইবাৰ কিন্তু নৱই চিঞৰি উঠিল। চিঞৰি উঠিছিল বিপুলে। কিন্তু বিপুলতকৈও বেছি অথন্তৰ ঘটালে নৱই। টৰ্চৰ পোহৰত বাঘটো দেখি কম্পমান নৱই সমীৰক সাবটি ধৰিছিল। জোকাৰণিত ট্ৰিগাৰত হেঁচা দিয়া বন্দুকটোৰ নলীভাল লক্ষ্যবিন্দুৰ পৰা উফৰি গৈছিল।

গুলিৰ শব্দত চাৰিওফালৰ নিস্তব্ধতা ভঙ্গ কৰি গুঞ্জৰি উঠা নাহৰফুটুকীটো একেজাপেই জোপোহাটোৰ আঁৰত হেৰাই গ'ল। তাৰ পিচত টৰ্চৰ সন্ধানী পোহৰটোৱে যেতিয়া বাঘটোক আবিষ্কাৰ কৰিছিল পাহাৰমুখী চিকাৰ তেতিয়া বেঞ্জৰ বাহিৰ হৈ গৈছে।

খং, আক্ৰোশ আৰু বিফলতাৰ ক্ষোভত সমীৰ অধৈৰ্য্য হৈ পৰিছিল। বন্দুকটোৱে নিজৰ মূৰটোকে যেন সি গুলিয়াই চুৰমাৰ কৰি দিব।

"তোমাক লৈ আৰু নহৈছে নৱ। বুইছা বিপুল, তোমালোকক লগত অনাটোৱে মোৰ ভুল হৈছে।" চেপি ৰাখিব খোজা খং মিহলি সুৰত কথাকেইষাৰ কৈ সমীৰ গছৰ পৰা নামি আহিল।

কাৰণ সি জানে: ওৰে ৰাতি থাপ দি থাকিলেও চকুখোৱা চিকাৰ আৰু পুনৰাই উভতি নাহে। তাতে চিকাৰক আকৰ্ষণ কৰিবলৈ মৰাশটোও নাই। মৰাশটো যে আঁতৰাই নিয়া হৈছে সেই কথা বাঘটোৱে নিশ্চয় বুজি পাইছে।

পিচদিনা।

সমীৰে ভাবিছিল: সি অকলেই চেষ্টা কৰি চাব। কাকো লগত নিনিয়ে। নৱক লগত নিয়াৰতো প্ৰশ্নই নুঠে।

কিন্তু সেয়া হৈ নুঠিলগৈ। আবেলিৰ পৰাই নৱ আৰু বিপুল সমীৰৰ ওচৰত চিনাজোক লগাৰ দৰে লাগিছিল। নৱই কাণ ছুই শপত খাইছিল: কালিৰ দৰে আজি আৰু ভুল নকৰোঁ সমীৰদা।

যথাসময়ত সিহঁত অভিযানলৈ ওলাল। আগদিনা সজা চাংখনতে বহি ওৰে ৰাতি থাপ দি ৰ'ল। সন্ধিয়াৰ ভোটাতৰা হেৰাল। পুৱতি তৰা ওলাল। কিন্তু চিকাৰৰ লৈতে সিহঁতৰ দেখা-সাক্ষাৎ নহ'ল।

দ্বিতীয় দিনৰ ব্যৰ্থতাই সমীৰক আৰু বেছি অস্থিৰ আৰু ক্ষোভিত কৰি তুলিছিল। অজানিতে তাৰ মনলৈ আহিছিল এটা জেদ; আঁকোৰগোজ মনোবৃত্তি। এটা সাধাৰণ বন্য প্ৰাণীয়ে তাক ভেনেদৰে উপলুঙা কৰি আঁতৰি

যোৱাটো তাৰ সহ্য নহ'ল। সি দৃঢ়প্ৰতিজ্ঞ হৈ পৰিছিল: যেনেকৈ হওক-বাঘটো সি মাৰিবই। মাৰিবই লাগিব।

প্ৰথম দুদিনৰ দৰে তৃতীয়দিনা সমীৰে ভুল কৰা নাছিল। চিকাৰৰ বাবে নতুন ঠাই এডোখৰ নিৰ্বাচন কৰি গছ এজোপাৰ ওপৰত প্ৰয়োজনীয় চাং এখন দুপৰীয়াতে সাজি লৈছিল। কিন্তু সমস্যা হ'ল এজনী ছাগলীৰ। চাৰিওফালে বিচাৰিও ছাগলী এজনী যোগাৰ কৰিব নোৱাৰি সমীৰৰ মনটো সেমেকি পৰিছিল। কিন্তু নিৰুৎসাহ নহ'ল।

"সমীৰদা, চুপাৰ চাৰৰ গোহালিৰ পৰা ছাগলী এজনী......।"

নৰই কথাষাৰ শেষ কৈ কৰলৈ নাপালেই।

"চাবাচ্" বুলি সমীৰে নৰৰ পিঠিত থপৰিয়াই উঠিল।

"কিন্তু চুপাৰ চাৰে আমাক ছাগলী এজনী দিব জানো?" বিপুলে সন্দেহ প্ৰকাশ কৰিছিল।

"চুৰ কৰিম বে।"

"ছাগলীজনীয়ে যদি বেবায়?" উৎসাহিত নৰৰ সমস্যা সমাধানৰ উছাহত চেঁচা পানী ঢালি বিপুলে প্ৰশ্ন কৰিছিল।

"তোমালোকে তাৰ কাৰণে চিন্তা নকৰিবা বিপুল। মই তাৰ ব্যৱস্থা কৰিম।"

সন্ধিয়া। বেলি ডুবিছেহে মাথোন। কিন্তু পৃথিবীৰ বুকুৰ পৰা সূৰ্যৰ শেষ ৰশ্মিকণ তেতিয়াও হেৰাই যোৱা নাই। তিনিজন অভিযাত্ৰীৰ অপেক্ষামান মুহূৰ্তটোৱে সমীৰহঁতক ব্যস্ত কৰি তুলিছিল।

এই তিনিদিন সমীৰে হোষ্টেলৰ ল'ৰাবোৰৰ আগত মুখ দেখুৱাব পৰা নাই। পৰাজয়ৰ গ্লানিয়ে তাক অশান্ত কৰি তুলিছিল। তাৰ হৈছিল: ল'ৰাবোৰৰ দৃষ্টিয়ে যেন তাৰ ক্ষমতাক ইতিকিং কৰিছে। তাচ্ছিল্য কৰিছে। সিহঁতৰ উপহাস মিহলি সেই দৃষ্টিত যেন ফুটি উঠিছে এটা ঘৃণাৰ মনোভাব।

"তুমি এজন অপদাৰ্থ সমীৰদা। তুমি অপদাৰ্থ। অপদাৰ্থ।" এটা সমবেত কণ্ঠৰ উশৃংখল চিঞৰত সমীৰ জিকাৰ খাই উঠিল। তাৰ হ'ল: মেডিকেল কলেজৰ আটাইকেইটা হোষ্টেলৰ ছাত্ৰবোৰে যেন তাক তিৰস্কাৰ কৰি চিঞৰি উঠিছে। আৰু সেই সমবেত কণ্ঠৰ তিৰস্কাৰত পাগল হৈ যোৱা সমীৰে বিচাৰিছে পলায়নৰ পথ।

সন্ধিয়াৰ পিচত সমীৰ আহি হৰদেউৰ দোকানত তাৰ কাৰণে বৈ থকা বিপুল আৰু নৱৰ সন্মুখত থিয় হ'ল। পিঠিত হৰদেউৰ পৰা নিয়া খৈলাৰ এটা শকত টোপোলা। টোপোলাটোৰ ভিতৰত চুপাৰ বৰপূজাৰীৰ গোহালিৰ পৰা মুখ বান্ধি চুৰ কৰি অনা এজনী ছাগলী।

লক্ষ্যস্থানত উপস্থিত হৈ সমীৰে ছাগলীজনীৰ মুখৰ বান্ধ খুলি দিলে। তাৰ পিচত গছ এজোপাৰ গুৰিত বান্ধি থৈ সিহঁত আটাইকেইজনে দিনতে সাজি থোৱা চাংখনত উঠি বহিল। সমীৰে বাৰে বাৰে সিহঁতক সাৱধান কৰি দিলে: নৱ আৰু বিপুলে প্ৰথম দিনাৰ দৰে যেন ভুল নকৰে।

লাহে লাহে সময় আগবাঢ়িল। সন্ধিয়াৰ পাতল এন্ধাৰে ৰাতিৰ গাঢ় ৰূপ ললে। ছাত্ৰীবাসত ভাতৰ বেল পৰাৰো বহু সময় পাৰ হৈ গ'ল। কিন্তু সিহঁতক নিৰাশ কৰি ছাগলীজনীয়ে এবাৰো চিঞৰি নুঠিল। মুখখন খুলি দিয়াৰ পিচত ওচৰতে পোৱা গছৰ পাত, ঘাঁহ আৰু লতাৰ আগ খোৱাত ব্যস্ত ছাগলীজনী অৱশেষত শুই পৰিল। ঘাঁহ পাগুলি পাগুলি যেন গোহালিতেহে শুই আছে।

আনফালে ৰঙা পকৰাৰ কামোৰত সিহঁত অধৈৰ্য্য হৈ পৰিছে। পকৰাৰ কামোৰকো আওকাণ কৰি বৈ থকা বিপুলহঁতক ছাগলীজনীয়ে এনেদৰে নিৰাশ কৰিব বুলি সমীৰে ভবা নাছিল। তাৰ দুৰ্বুদ্ধিৰ কাৰণে সমীৰৰ নিজৰ ওপৰতেই ধিক্কাৰ জন্মিল। মুখখন জোৰকৈ বন্ধা গাঠিটোৰ যন্ত্ৰণাৰ কাৰণেই ছাগলীজনীয়ে বেবাব পৰা নাই।

কিন্তু সেই সময়তে সিহঁতক আচৰিত কৰি ছাগলীজনীয়ে এবাৰ চিঞৰি উঠিল। তাৰ পিচত আকৌ এবাৰ। অৱশেষত অনৰ্গলভাৱে তাই বেবাবলৈ ধৰিলে। আনন্দত সমীৰৰ চকু-মুখ উজ্জ্বল হৈ পৰিল। হতাশাত সেমেকি পৰা মনটো সতেজ হৈ উঠিল।

এমিনিট দুমিনিটকৈ পাৰ হৈ যোৱা সময়বোৰে কেবাটাও ঘণ্টাৰ বুকুত জিৰণি লৈ এটা নতুন দিনৰ উমনি দিছিল। ৰঙা পকৰাৰ কামোৰত সিহঁত তিনিওজনৰে গা উখহি পৰিছে। বিষত সৰ্বাঙ্গ শৰীৰৰ অঙ্গ প্ৰত্যঙ্গবোৰ যেন এটা এটাকৈ ছিঙিহে যাব খুজিছে।

পৃথিৱীৰ বুকুত পুৱতি নিশাৰ ক্ষীণ জোনাকৰ শেঁতা পোহৰ। চেঁচা বতাহৰ কঁপনিত একো একোবাৰ কঁপি উঠি আকৌ শান্ত হৈ পৰা গছ আৰু আবনি। বতাহত কঁপি উঠা গছৰ পাতৰ শব্দকে চিকাৰ অহাৰ শব্দ বুলি সমীৰে ইতিমধ্যে কেবাবাৰো ভুল কৰিছে।

কিন্তু হঠাতে এটা শব্দ শুনি সতর্ক সমীৰৰ কাণ দুখন সজাগ হৈ পৰিছিল। দৃষ্টি হৈ পৰিল আৰু বেছি দৃঢ় আৰু সতৰ্ক।

নাই। এইবাৰো তাৰ ভুল হ'ল। জোপোহাৰ মাজেৰে জপিয়াই পাৰ হৈ যোৱা শিয়ালৰ শব্দহে বোধহয় তাৰ কাণত পৰিছে।

এমিনিট, দুমিনিট।

সমীৰ দৃঢ় হৈ পৰিল। জুইৰ আঙনি দুটা ছাগলীজনীৰ ওচৰলৈকে আগবাঢ়ি আহিছে। এনেতে নৰম আঙুলিৰ খোচ এটা সি অনুভৱ কৰিলে।

"দেখিছোঁ।" সমীৰৰ অতি অস্ফুট উত্তৰ।

তাৰ পিচত সি শুনিছিল ছাগলীজনীৰ বেৰনি বন্ধ হৈ গৈছে। ওচৰতে স্থিৰ হৈ ৰৈ আছে দুটা জুইৰ ফিৰিঙতি।

সমীৰ নিশ্চিত হৈ পৰিল। টৰ্চ জলাব নে ফিৰিঙতি দুটাৰ মাজত গুলী কৰিব চিন্তা কৰি কন্তেক তভক্ মাৰি ৰ'ল। তাৰ পিচ মুহূৰ্ততেই গৰজি উঠিল সমীৰৰ হাতৰ বন্দুক।

সমীৰ নিশ্চিত হব পৰা নাছিল। গুলীয়ে লক্ষ্য ভেদ কৰিব পাৰিছে নে নাই পৰীক্ষা কৰিবলৈ লৰালৰিকৈ সি টৰ্চৰ বুটামটো টিপি দিলে।

পোহৰত সিহঁতে দেখিছিল: সন্মুখলৈ জাপ এটা মাৰি পিচলৈ পাক ঘূৰণি খাই যোৱা বাঘটোৱে দ্ৰুতগতিত আঁতৰি যাব পৰা নাই। চুঁচৰি ওচৰৰ জোপোহা এটাৰ মাজত লুকাব খুজিছে। সুযোগ হেৰুওৱাৰ আগত সমীৰে তত্তাতৈয়াকৈ দ্বিতীয়বাৰৰ কাৰণে লক্ষ্য স্থিৰ কৰি লৈছিল। কিন্তু গুলী এৰাৰ আগেয়ে বাঘটোৰ গতি স্থিৰ হৈ ৰ'ল।

দ্বিতীয়বাৰ গুলীৰ শব্দত নেপালীবস্তিৰ আটাইবোৰ মানুহবে টোপনি ভাঙি গৈছিল।

ৰাতিপুৱা।

তিনিওটা হোষ্টেলৰ ছাত্ৰ আৰু নেপালীবস্তিৰ আটাইবোৰ মানুহৰ মাজত খলমলম লাগিছিল। বিজয়ৰ গৰ্বত নৰ আৰু বিপুল চিকাৰৰ বৰ্ণনা দিয়াত ব্যস্ত হৈ উঠিল। যেন সিহঁত দুজনৰ কোনোবা এজনেহে বাঘটো গুলীয়াই মাৰিছে।

সমীৰৰ চকু দুটা পুৰিছিল। সি তেতিয়া শুবলৈ গৈছিল।

## । আঠ ।

গাইনী ডিপাৰ্টমেণ্ট। প্ৰসূতি শাখা।

অলকৰ মনটো সেমেকি পৰিল।

এটা বিৰক্তিৰ দীঘলীয়া ক'ৰ্চ; ব্যস্ত ছাত্ৰ-জীৱন।

কলেজ, হাস্পাতাল আৰু হোষ্টেল; হোষ্টেল, হাস্পাতাল আৰু কলেজ। এটা চাইক্লিক জীৱন। কেৱল ক্লাছ আৰু ক্লাছ; পঢ়া আৰু পঢ়া। ৰাতিপুৱা আবেলি আৰু ৰাতি। ৰাতিপুৱা আঠ বজাৰ পৰা দুপৰীয়া বাৰ বজালৈ পানবজাৰত; আবেলি এটাৰ পৰা চাৰিবজালৈ নৰকাচলত ক্লাছ কৰা ছাত্ৰ-ছাত্ৰীবোৰৰ কিছুমানে ৰাতিও হাস্পাতালত 'ডিউটি' কৰিব লাগে। ডিউটি থাকে।

মেডিকেল কলেজৰ ছাত্ৰ-ছাত্ৰীবোৰৰ দৰে আন কোনো কলেজৰ ছাত্ৰ-ছাত্ৰীয়েই বোধহয় ক্লাছ আৰু কিতাপ লৈ ইমান ব্যস্ত থাকিবলগীয়া নহয়। পৰীক্ষাত সাধাৰণভাৱে উত্তীৰ্ণ হবলৈ হলেও সন্ধিয়াৰ পৰা ৰাতি এঘাৰ বজালৈ সদায় পঢ়িবই লাগিব। আন কলেজৰ দৰে এইখন কলেজত দীঘলীয়া বন্ধ নাই; ঘনাই ছুটী নহয়।

মেডিকেল কলেজৰ প্ৰত্যেকজন ছাত্ৰ-ছাত্ৰীয়েই পাল পাতি এমাহৰ কাৰণে দিনে-নিশাই প্ৰসূতি শাখাত ডিউটি কৰিব লাগে।

কলেজৰ এয়া বাধ্যতামূলক নিয়ম।

এমাহৰ কাৰণে ছাত্ৰ-ছাত্ৰী কেইজনমানে নৰকাচলৰ হোষ্টেল এৰি পানবজাৰলৈ গুচি আহে। হাস্পাতালৰ 'তৎকালীন বিভাগটোৰ' সোঁকালে থকা সৰু সৰু ঘৰকেইটা সিইতৰ কাৰণে তেতিয়া হৈ পৰে এখন সৰু হোষ্টেল।

সেই ঘৰকেইটাৰ মাজত থকা শেঁতা বগা বাগানভিলা জোপা বহুদিনীয়া পুৰণি। ৰঙীন কাগজ কাগজ যেন লগা গছ জোপাৰ পৰা সৰি পৰা ফুলৰ পাহিবোৰ প্ৰসূতি শাখাত 'ভিজিট' কৰা ছোৱালীকেইজনীয়ে ৰাতিপুৱাই বুটলি নিয়ে। সজাই থব নোৱাৰি টেবুলৰ ওপৰতে থুপাই থয়। নৱজাত শিশুবোৰৰ ক্ৰন্দন ধ্বনিত সৰি পৰিবলৈকে যেন ফুলবোৰ ফুলে। শিশুৰ হাঁহিত ফুলা পাহবোৰ সিহঁতৰ কান্দোনত সৰি সৰি পৰে। পাহবোৰেও যেন কান্দে। বেদনামিহলি আনন্দৰ কান্দোন।

এয়া শেৱালি ফুলা বতৰ।

হাস্পাতালৰ চৌহদৰ শেৱালি কেইজোপাই যেন হোষ্টেল এৰি কেইদিন-মানলৈ ঘৰলৈ যোৱা ছাত্ৰ-ছাত্ৰীবোৰক শুভেচ্ছা জনায়। শাৰদীয় বতৰৰ মৰম যাচি কয়: যোৱাইক অহুপ; যোৱাগৈ অকণা। কিন্তু তোমালোক সোনকালেই ঘূৰি আহিবা দেই। তোমালোকক নেদেখিলে হাঁহিব খুজিও নেখোন আমি হাঁহিব নোৱাৰো। হাঁহিবলৈ মন নাযায়।

অলকে লক্ষ্য কৰিছিল: এপাহ-দুপাহকৈ ফুলি পুৱতি নিশা সৰি পৰা শেৱালি কেইজোপাৰ থোপাবোৰ গঁচাকৈয়ে পূজাৰ পিচতহে জকমকাই ফুলে, তল ভৰি ভৰি সৰে।

কিন্তু অলক, চন্দন আৰু ত্ৰৈলোক্য?

সিহঁতৰ যেন শেৱালিকেইজোপাৰ মৰম লবলৈ, শুভেচ্ছা গ্ৰহণ কৰিবলৈ সময় নাছিল। আটাইবোৰ ছাত্ৰ-ছাত্ৰীয়ে এটা বছৰৰ দীঘলীয়া উৎকণ্ঠাৰে এই কেইটা দিনলৈকে বাট চাই থাকে। অপেক্ষা কৰি ৰয়।

"যা ভাই, ঘূৰি আহগৈ। মোৰ এইবাৰ আৰু যোৱা নহ'ল।"

অলকৰ কথাষাৰত নবীন আচৰিত হ'ল। বিছনা-পত্ৰ বন্ধা অলক হঠাতে নোযোৱাৰ কাৰণটো সি ভাবি উলিয়াব নোৱাৰিলে। যাবলৈ ওলোৱা নবীনে অলকৰ পইচা-পাইৰ অসুবিধা হোৱা বুলি ভাবি সুধিছিল: নাযাব মানে? বিছনাপত্ৰ বান্ধি হঠাতে নোযোৱা হলি যে? কিবা অসুবিধা......।"

"নহয় অ'। আজিৰ পৰা মোৰ ইণ্টাৰ্নি ডিউটি।"

"তাকে ক। তাৰ কাৰণে বেজাৰ কৰিবলগীয়া কিটো আছে? বিহুত দেখোন তইঁত ঘৰলৈ গলিগৈ। মই যাব নোৱাৰিলোঁ। বুইছ ভাই, ডিউটি ইজ ডিউটি। সিছ্‌ ইজ হিউমেন ছাভিচ। বাই—বাই।"

ৰবীনৰ ইঙ্গিত পাই আঁতৰি যোৱা ৰিক্সাখনলৈ একেথৰে চাই থকা অলকৰ মনটো গধুৰ হৈ পৰিল। অকল ৰবীনেই যোৱা নাই। প্ৰায়বোৰ ছাত্ৰ-ছাত্ৰীয়েই ঘৰলৈ যাবলৈ ওলাইছে। ভঙাগড়ালৈ যোৱা বাটটোত ৰিক্সাৰ লানি।

হোষ্টেলকেইটা ক্ৰমান্বয়ে নিস্তব্ধ হৈ পৰিল। চৌহদবোৰ জয়াল জয়াল যেন লগা হ'ল।

এৰা, কৰ্তব্য কৰ্তব্যই। কৰ্তব্যৰ দায়িত্বই মৰম-চেনেহ নুবুজে। পাকলে হয়তো তালৈ অপেক্ষা কৰি ৰৈ থাকিব। আহিব আহিব বুলি বাটলৈ চাই চাই চকু ৰিবাব। খিৰিকৃকৈ শব্দ এটা শুনিলেও টোপনিৰ পৰা সাৰ পাই মাকক জগাই দিব: মা, উঠাচোন; ভাইটি আহিছে হবলা।

আৰু মাকজনী? ৰীতিমণি? পুলক?

গধুৰ মন এটালৈ অলক ৰুমৰ ভিতৰলৈ সোমাই গ'ল। অলপ পিচতে সিও পানবজাৰলৈ যাব লাগিব।

হাস্পাতালৰ 'ইণ্টাৰ্নি হোষ্টেলৰ' বাৰাণ্ডাত বেডিং-পত্ৰবোৰ থোৱাৰ লগে লগে অলকক আলফুলকৈ মৰম যাচি যোৱা চেঁচা বতাহ এজাকে বাগানভিলা জোপাৰ পৰা কেইপাহমান ফুল সৰাই থৈ গ'ল। ওচৰৰ ৱাৰ্ডটোৰ পৰা ভাঁহি আহিল নৱজাত শিশু এটাৰ ক্ৰন্দনধ্বনি। কৰ্তব্যৰ দায়িত্বখিনি উপলব্ধি কৰি বেদনাগধুৰ অলকৰ মনটো অকস্মাতে ভাল লাগি গ'ল।

বিছনা-পত্ৰবোৰ ভিতৰত থৈ সি চুইচবৰ্ডৰ আটাইকেইটা চুইচ টিপি দিলে। কিন্তু বাল্ব নথকা কোঠাটো আগৰ দৰেই এন্ধাৰ হৈ ৰ'ল।

ওচৰৰ পূজামণ্ডপ এটাৰ পৰা সপ্তমী-পূজাৰ আৰতিৰ ধ্বনি ভাঁহি আহি তাৰ কাণত পৰিল। বাল্ব এটা কিনি আনিবলৈ ওলাই যাব খুজি অলক বাৰাণ্ডাতে থমকি ৰ'ল। কোনোবা এজন আহিছে, সি চিনি পালে: চন্দন। তাৰ পিচত এজন এজনকৈ তাৰ পাৰ্টনাৰবোৰ আহি হোষ্টেলত খুপ খালেহি।

বিছনা-পত্ৰবোৰ থান্‌থিত লগাই বান্ধনি শৰতক ভাত বান্ধিবলৈ কৈ এজন এজনকৈ সিহঁত ডিউটিলৈ ওলাই গ'ল। গাত এপ্ৰ'ন।

অলক আৰু চন্দনে 'লেবাৰ ৰুমলৈ' খোজ ললে। ত্ৰৈলোক্যইত এণ্টিনেটাললৈ; ইমাৰ্জেন্সিলৈ ৰূপালী আৰু চপলা।

এটা-দুটাকৈ দিন বাগৰি যায়।

পূজাৰ বন্ধও এদিন শেষ হয়। যবলৈ বোলা ছাত্র-ছাত্রীবোৰ আকৌ ঘূৰি আহে। নতুন উদ্যম লৈ ব্যস্ত হৈ পৰে।

দীপান্বিতাৰ পিচত অলকইতৰ 'ইণ্টাৰ্নি ডিউটি' শেষ হবলৈ আৰু বেছি দিন নাছিল। কেইদিনমান পিচতে সিইঁত আকৌ নবকাচলৰ বুকুলৈ উভতি যাব।

ইণ্টাৰ্নি ডিউটিৰ শেষ দিন।

ৰাতি দহ বজাত ডিউটি শেষ হোৱাৰ কথা আছিল যদিও জৰুৰী কেচ এটাত ব্যস্ত হৈ থকা অলকৰ 'লেবাৰ ৰুমৰ' পৰা ওলাই আহোঁতে যথেষ্ট পলম হৈছিল। হাত-মুখ ধোৱাৰ পিচত ভাত-পানী খাই সি বিছনাত দীঘল হৈ পৰিল। কিন্তু টোপনি নাহিল। অলপ আগতে শিশু এটাক জন্ম দিয়া 'লেবাৰ ৰুমৰ' মহিলা গৰাকীলৈ তাৰ মনত পৰিল।

টোপনি আহিব আহিব বুলি বিছনাত ছটফটাই থকা সময়খিনি বৰ অস্বস্তিকৰ। দুৱাৰখন খুলি অলক বাহিৰলৈ ওলাই আহিল। মুকলিৰ চেঁচা বতাহজাক লাগি তাৰ অলপ ভাল লাগিল। বতাহজাকত শীতৰ বাৰতা আছে। কিন্তু তীব্রতা নাই।

ৰাতি ডেতিয়া ছুপৰ।

অলকে সন্মুখৰ ৰাজপথটোলৈ চাই পঠিয়ালে। ৰাজপথৰ কেবাটাও বিজুলী বাবৰ পোহৰ আহি হাস্পাতালৰ গেটৰমুখত থুপ খাইছেহি। কিন্তু তাৰ ভাব হ'ল : পোহৰখিনি যেন উজ্জল নহয় ; সেঁতা।

তেনেদৰে সি কিমান সময় চাই আছিল নাজানে। কিন্তু তাৰ দৃষ্টি অকস্মাতে স্থিৰ হৈ ৰ'ল। সি আচৰিত হৈ পৰিল। এজন পুৰুষ আৰু এজনী নাৰী হাস্পাতালৈ সোমাই আহিছে। নিতান্ত আতুৰ অৱস্থা নহলে ইমান ৰাতি হাস্পাতাললৈ কোনো মানুহ নাহে। সাধাৰণতে তেনেবোৰ মানুহ হয় যান-বাহনত আহে নহলে চিকিৎসাৰ প্রয়োজন হোৱাজনক আনকেইজনে ধৰি-মেলি আনে। কিন্তু এইমাত্র হাস্পাতালৰ গেটেৰে সোমাই অহা পুৰুষ আৰু মহিলা গৰাকীক দেখি কোনো এজনকে আতুৰ অৱস্থাৰ ৰোগী বুলি তাৰ অনুমান নহ'ল।

তেনেহলে পুৰুষ-মহিলা হালৰ হাস্পাতালত থকা কোনোবা আত্মীয়ৰ মৃত্যু হ'ল নেকি? কাৰোবাৰ চিৰিয়াচ? খবৰ লবলৈ আহিছে? কিন্তু

পুৰুষ আৰু মহিলা গৰাকী যেখোন আসফালে নগৈ লেবাৰ ৰুমলৈ আগবাঢ়ি আহিছে!

সি কৌতূহলী হৈ পৰিল। ডিউটি শেষ কৰি উভতি অহাৰ আগতে ভেলিভাৰী কৰোৱা মহিলা গৰাকীৰ আত্মীয়। খবৰ লবলৈ আহিছে।

সি কৰ খুজিছিল: মহিলা গৰাকী লেবাৰ ৰুমত নাই। বেডত আছে।

কিন্তু নকলে। কিজানিবা তেওঁলোকে মানুহজনীক বিচাৰি অহাই নাই। মানুহজনীৰ কোনো নহয়।

কৌতূহল দমাব নোৱাৰা অলকৰ বাৰাণ্ডাত থিয় হৈ থকাৰ আৰু ধৈৰ্য্য নহ'ল। পিৰালিৰ পৰা নামি কেইখোজমান আগবাঢ়ি আহিল।

কিন্তু এয়া সি কি দেখিছে?

মহিলা গৰাকীৰ লৈতে আগবাঢ়ি অহা ভেকাজনচোন তাৰ সমীৰদা।

ভুল দেখা বুলি অলক আৰু অলপ আগবাঢ়ি আহি পুৰুষ আৰু মহিলা গৰাকীৰ দৃষ্টিৰ আঁৰ লৈ লেবাৰ ৰুমৰ কিছু দূৰত থিয় হৈ ৰ'ল।

হৈ ভগবান! এয়া জানো সম্ভব?

কিন্তু সি যে স্পষ্ট দেখিছে: সেইজন সমীৰ। তাৰ সমীৰদা।

আৰু মহিলা গৰাকী?

সেইজনীকোচোন সি চিনি পায়! মহিলা গৰাকী মহিলা নহয়, সিহঁতৰ লগতে পঢ়া এজনী ছাত্ৰী: পাপৰি।

কিন্তু সমীৰৰ লগত পাপৰিৰ কি সম্বন্ধ? তেনেহলে প্ৰবালক তাই ফাঁকি দিছিল।. ফাঁকি দিছে? নহলে ইমান ৰাতি সিহঁতৰ ইয়াত কি প্ৰয়োজন?

সমীৰ আৰু পাপৰি আহি লেবাৰ ৰুমৰ সন্মুখৰ বাৰাণ্ডাখনত থিয় হ'ল। জ্বলি থকা বাৰটোৰ ক্ষীণ পোহৰত অলকে দেখিছিল: পাপৰিয়ে কান্দিছে।

"নাকান্দিবা পাপৰি। একো ভয় নাই। এইবোৰ বৰ সাধাৰণ ঘটনা। ইমান চিন্তা কৰিছা কিয়?"

চকুপানীখিনি মচি দি সমীৰে তাইক আশ্বাস দিয়ে। মৰমেৰে পিঠিত হাত বুলায়।

: কিন্তু মোৰ যে বৰ ভয় লাগিছে সমীৰদা? অপাৰেচনৰ পিচত যদি হাস্পাতালত থাকিবলগীয়া হওঁ?

"তুমি কিয় ইমান ভয় খাইছা পাপৰি? অপাৰেচনৰ পিচত হাস্পাতালত থকাৰ প্ৰয়োজনো হুজেই; এতিয়াৰ দৰে খোজ কাঢ়িয়েই উভতি যাব পাৰিবা।"

তাইক লেবাৰ কমলৈ ঠেলি দিব খুজি সমীৰ বৈ গ'ল। পকেটৰ পৰা মৰ বটল এটা উলিয়াই তাইৰ শিৰ আৰু কপালত তাতৰকৈ এটা সেন্দুৰৰ ফোঁট আঁকি দিলে।

"মোৰা পাপৰি; নাকান্দিবা। তাক্তৰে সুধিলে কবা: ইমান সোনকালে আমি প্ৰথম সন্তানটো নিবিচাৰোঁ। যদি স্বামীৰ কথা সোধে তেন্তে কবা: বাহিৰতে বৈ আছে। অ' কাৰ্ডখন?"

পাপৰিয়ে মূৰ ডুপিয়ালে। অৰ্থাৎ কাৰ্ডখন তাইৰ লগতে আছে। দিনতে কৰাই থৈছিল।

এখোজ দুখোজকৈ পাপৰি ভিতৰলৈ সোমাই গৈছিল।

সমীৰে স্কাৰ্ফ এখনেৰে গাটো ঢাকি লৈ মূৰত বান্দৰ টুপী এটা পিন্ধি ললে; যেন হাড় কঁপোৱা চেঁচাৰ পৰাহে সি নিজক ৰক্ষা কৰিবলৈ যত্ন কৰিছে।

দৃষ্টিশক্তিৰ ওপৰতে অলকৰ অবিশ্বাস জন্মিল। বিশ্বাস হেৰাই গ'ল। কাণ দুখনে যেন তাক ফাঁকি দিছে। আৰু যদি দৃষ্টি আৰু শ্ৰৱণশক্তিয়ে তাক ফাঁকি দিয়া নাই; তেন্তে পাপৰিয়ে ফাঁকি দিছে প্ৰবালক।

বেচেৰা প্ৰবাল?

প্ৰবাললৈ তাৰ বেয়া লাগিল। মাত্ৰ দুমাহ আগতে অসম মেডিকেল কলেজলৈ ট্ৰেন্সফাৰ হৈ যোৱা প্ৰবালক তাই ইমান সোনকালে ফাঁকি দিব পাৰিলে কেনেকৈ? ছোৱালীবোৰৰ চৰিত্ৰ জানো এনেকুৱাই?

ইচ্ছা হৈছিল সি যেন প্ৰবালক মাতি আনিব। চিঞৰি চিঞৰি কব: চাই যোৱাহি প্ৰবাল। পাপৰি কিমান নীচ। প্ৰেমৰ প্ৰতিমূৰ্তি বুলি ভবা তোমাৰ পাপৰিয়ে ইমান দিনে তোমাক ফাঁকি দি আহিছে। তোমাৰ ওচৰত তাই ভালপোৱাৰ অভিনয় কৰে। কিন্তু ভাল নাপায়। ভাল পায় সমীৰক।

কিন্তু কব নোৱাৰিলে। গুৱাহাটীৰ পৰা যে ডিব্ৰুগড় বহুত দূৰ!

দুটা বিভিন্নমূখী জীৱন।

দুয়োটা জীৱনেই এতিয়া ওই আছে। সপোন দেখিছে। দুটা বিভিন্ন পৰিবেশ; বিভিন্ন স্বপ্ন। ৰবৰাৰী হোটেলৰ কোনোবা এটা কোঠাৰ এখন সুকোমল বিছনা আৰু এখন কঠিন অপাৰেচন-টেবুল। এজনৰ চকুত দুৰ্বাৰী জীৱনৰ ভচিতা মূৰাই পোৱাৰ স্বপ্ন আৰু সতী হোৱাৰ প্ৰচেষ্টা।

আৰু আনজনৰ?

সেহৰ ভচিতা হেৰুৱাই সতী হবলৈ যত্ন কৰা সেইজনী গাভৰুকে লৈ সুখী

হোৱাৰ এটা মিঠা সপোন। এখন সংসাৰ পতাৰ। এটা সৰু ঘৰৰ। কিন্তু মৌ-বৰষা।

কিন্তু সমীৰ ?

অলকে কোনোদিনেই ভাবিব পৰা নাছিল যে সিহঁতৰ 'সমীৰদাটো' ইমান নীচ ! ইমান হীন !

তেনেহলে পৃথিবীৰ প্ৰত্যেকজন পুৰুষ আৰু প্ৰত্যেকজনী নাৰীয়েই একো একোটা ছুবুৰা সাঁথৰ নেকি বাৰু ?

তেনেদৰে কিমান সময় পাৰ হৈ গৈছিল অলকে নাজানে।

বাৰাণ্ডাৰ চুক এটাত থিয় হৈ চিগাৰেট হোপা সমীৰ ক্ৰমান্বয়ে যেন চঞ্চল হৈ পৰিল। এটাৰ পিচত আন এটা চিগাৰেট হুপি লেবাৰ ৰুমৰ সন্মুখৰ বাৰাণ্ডাখনত ঘূৰি ফুৰিছে।

অৱশেষত লেবাৰ ৰুমৰ দুৱাৰখন মেল খাইছিল।

চিষ্টাৰ এজনীয়ে দুহাতেৰে পাপৰিক ধৰি লাহে লাহে বাহিৰলৈ লৈ আহিল। সমীৰ দুৱাৰমুখলৈ আগবাঢ়ি গ'ল।

...হেড ইউৰ বেটাৰ হাফ্ মিষ্টাৰ। এবৰচন ইজ ওভাৰ। চি ইজ কোৱাইট ও-কে নাও।"

"থ্যাংক ইউ।" সমীৰে চিষ্টাৰজনীক ধন্যবাদ জনালে।

চিষ্টাৰজনী আঁতৰি গ'ল।

সমীৰ আৰু পাপৰি বাৰাণ্ডাতে কিছু সময় থিয় হৈ ৰ'ল।

তাৰ পিচত হঠাতে তাই আকৌ উচুপি উঠিল।

: চোৱা পাপৰি ; কান্দিবলৈ তোমাক কিহে পাইছে ? আজিৰ যুগ পৰিয়াল পৰিকল্পনাৰ যুগ। আমি যুগবন্দী অসহায় নাৰী-পুৰুষ। গৰ্ভপাত আজিৰ পৃথিবীত পাপ নহয়। এম্বা যুগধৰ্ম, ব'লা, আমি যাওঁগৈ।

টুকুৰা-টুকুৰকৈ ভাঁহি অহা সমীৰ আৰু পাপৰিৰ কথাবোৰে অলকৰ মনত খেলিমেলি লগাই দিলে। পৃথিবীখনলৈ তাৰ বৰ ঘিণ লাগি গ'ল। ঘিণ লাগি গ'ল পাপৰিৰ প্ৰতিমূৰ্তি আন হেজাৰজনী পাপৰিলৈ। সঁচা বুলি ভবা পৃথিবীখনৰ আটাইবোৰ সঁচাই যেন সঁচা নহয়, মিছা ; ফাঁকি। আৰু মিছা বুলি ভবাবোৰেই যাথোন সঁচা।

ইতিমধ্যে সমীৰ আৰু পাপৰি হাস্পাতালৰ বাৰাণ্ডাৰ পৰা নামি ৰাজপথলৈ আগবাঢ়ি গৈছে। তাৰ পিচত ৰাজপথত ভৰি দিয়েই জেপৰ ৰুমাল

থনেৰে সমীৰে পাপৰিৰ কঁপালৰ ফোঁটটো আৰু শিৰৰ সেন্দুৰখিনি ঘঁহি ঘঁহি মচি দিলে।

হঠাতে পাপৰিয়ে হাঁহি উঠিল।

অলকৰ খং উঠি গ'ল।

এই ছোৱালীবোৰেই আমাৰ মাতৃ, ভগ্নী আৰু পত্নী। ইহঁতৰ হাঁহি আৰু কান্দোনৰ কোনো মূল্য নাই। হাঁহি হাঁহি-সিহঁতে কান্দে; কান্দি কান্দি হাঁহে।

এৰা, আজিৰ যুগত গৰ্ভপাত পাপ নহয়। কিন্তু সেইবুলিয়েই জানো আবিয়ৈ গাভৰু এজনীয়ে বিবাহিতা পত্নীৰ অভিনয় কৰিব লাগে? বিবাহিতা বোৱাৰী হৈ গৰ্ভপাত কৰাত সোমোৱা উচিত?

উচিত অনুচিত অলকে নাজানে। কিন্তু আছে।

গুৱাহাটী মেডিকেল কলেজৰ 'গাইনীকলোজি ৰেকৰ্ডবুকত' হেজাৰ পতী-পত্নীৰ অলেখ গৰ্ভপাতৰ লেখ আছে। সেইবোৰৰ কিছুমান সঁচা পতি-পত্নী। কিছুমান মিছা; আৰু মিছাৰ সংখ্যাই হয়তো সৰহ।

পিচদিনা ৰাতিপুৱা।

ত্ৰৈলোক্য আৰু চন্দনৰ লগতে অলক নৰকাচলৰ হোটেললৈ গুচি আহিল। কিন্তু সুস্থিৰ হ'ব নোৱাৰিলে। চন্দন আৰু ত্ৰৈলোক্যইতক যোৱা ৰাতিৰ ঘটনাটোৰ কথা ক'বলৈ নকয় সেই কথা ভাবি সি উচ্‌পিচাই উঠিল। মানসিক ভাৱত চঞ্চল হৈ পৰিল।

কিন্তু কিয়?

নকৰ কিয়? এয়া যে অন্যায়।

সিহঁতৰ সমীৰদাক সিহঁতে ভাল পায়; শ্ৰদ্ধা কৰে। কিন্তু যোৱা নিশা দেখা সমীৰদাজনকতো সিহঁতে শ্ৰদ্ধা কৰিব নোৱাৰে!

হঠাতে অলকৰ ভাব হ'ল: সি যেন দুৰ্বল হৈ পৰিছে। সমীৰৰ চেষ্টাত ই-বিলৈ কনভাৰ্ট হোৱা স্কলাৰশিপটোৰ বিনিময়ত সি যেন অন্যায়ক প্ৰশ্ৰয় দিব খুজিছে।

সেয়া যদি সমীৰৰ অন্যায় তেন্তে যোৱা ৰাতিৰ ঘটনাটো ত্ৰৈলোক্যইতক নোকোৱাটোও তাৰ কাৰণে অন্যায়। নাই, নাই, সি অন্যায় কৰিব নোৱাৰে। নকৰে।

ভিতৰৰ পৰা বন্ধ সমীৰৰ কোঠাটোৰ দুৱাৰত ক্ৰমাঘাত কৰি অলকাইত বাহিৰতে বৈ থাকিল। কিন্তু কোনো সঁহাৰি নাপালে। অলকে বুজিলে— শেষ নিশা আহি বিছনাত পৰা সমীৰৰ টোপনি তেতিয়াও ভঙা নাই।

ত্ৰৈলোক্যই শব্দকৈ আকৌ এবাৰ দুৱাৰত টুকুৰিয়ালে।

"কোন?"

"আমি ···।"

আন দিনা হোৱা হলে অলকে নম্ৰ সুৰত কলেহেঁতেন: আমি সমীৰদা।

কিন্তু আজি সি কব নোৱাৰিলে। "আমি সমীৰদা" বুলি উত্তৰ দিব খোজা অলকৰ 'সমীৰদা' শব্দটো উচ্চাৰণ কৰিবলৈ টান লাগিল। এটা অজানিত ঘৃণাই সেই শব্দটো তাৰ মুখৰ পৰা কাঢ়ি নিলে।

"ইয়েচ, গেট ইন প্লিজ।" শুই থকা সমীৰ মুৰৰ বাগথন আঁতৰাই শোৱাৰ পৰা উঠি বহিল।

দুৱাৰ খোলাই আছিল। চন্দনে অকণমানকৈ হেঁচুকি দিলত মেল খাই গ'ল।

"অ' তোমালোক? ইমান ৰাতিপুৱাই কি হ'ল? বহা অলক।"

: আমি বহিবলৈ অহা নাই। শুনক: ইমান দিনে আপোনাক আমি শ্ৰদ্ধা কৰি আহিছিলোঁ। সন্মান কৰি আহিছিলোঁ। কিন্তু আপুনি ইমান নীচ বুলি ভবা নাছিলোঁ।

"হোৱাটচ্ গুড্। আই এম চিনিয়ৰ টু ইউ অল।" অলকৰ শেষৰ কথাষাৰ শুনাৰ আগতে সমীৰে কৈ উঠিল। কিন্তু হঠাতে সমীৰ হতভম্ব হৈ পৰিল।

"কি ক'লা? মই নীচ? তুমি কি কব খুজিছা অলক? মই একো বুজা নাই।"

: বুজাৰ প্ৰয়োজনো নাই। কিন্তু আপুনি কব লাগিব—পাপৰি এতিয়া ক'ত?

"পা—পৰি? মানে তোমালোকৰ ক্লাছৰ পাপৰিৰ কথা কৈছা? সেই প্ৰেম-পাগল ছোৱালীজনী?"

: শাট আপ্। উই ওৱান্ট দি হোৱেৰ এবাউটচ্ অব্ পাপৰি।

সমীৰৰ সহ্য নহ'ল। কেইটামান জুনিয়ৰ ল'ৰাই তাক যেন শাসন কৰিবলৈ আহিছে। ৰঙা চকু দেখুৱাব খুজিছে।

খন্তেক সি কঁপি উঠিল। বিছনাৰ পৰা উঠি অলকৰ ওচৰলৈ আগবাঢ়ি গ'ল।

"তোমালোকৰ উদ্দেশ্য কি? হোৱাট ডু ইউ থিংক এবাউট মি?"

: ইউ আৰ এ স্কাউণ্ড্ৰেল। হিপ'ক্ৰেট।

সমীৰৰ প্ৰশ্নত চন্দনে চিঞৰি উঠিল।

"ননচেন্স। গেট আউট্‌। আই চে—গেট আউট। ষ্টুপিড।"

চন্দনতকৈও উচ্চস্বৰত চিঞৰি সমীৰে সিহঁতক দুৱাৰমুখলৈ ঠেলি দিলে।

অলকে বুজিছিল: সমীৰৰ খং উঠিছে। অলপতে খং উঠা সমীৰৰ স্বভাৱ।

কিন্তু তালৈ ভ্ৰূক্ষেপ নকৰি অলক সমীৰৰ ওচৰলৈ এখোজ আগবাঢ়ি আহিল।

: আমাৰ প্ৰশ্নৰ উত্তৰ দিয়ক। এজনী ছোৱালীৰ জীৱন লৈ আপুনি হেতালি খেলিছে। যোৱা নিশা আমি সকলো দেখিছোঁ। শুনিছোঁ। কোনো কথা আমাৰ আগত লুকাব নোৱাৰে। পাপৰিক বিয়া কৰাম বুলি আপুনি আমাক লিখি দিব লাগিব।

অলকৰ কথাত সমীৰ ধৈৰ্য্যচ্যুত হৈ পৰিল। খঙৰ ভমকত সি অলকৰ গালত চৰ এপাট শোধাই দিলে। তাৰ পিচত এটা প্ৰকাণ্ড ঘোচা।

চন্দন আৰু ত্ৰৈলোক্যই তেতিয়া হিতাহিত জ্ঞান হেৰুৱাই পেলাইছিল। ক্ষুধিত বাঘৰ দৰে সিহঁত হিংস্ৰ হৈ উঠিল। সিহঁতৰ চৰ, ভুকু আৰু ঘোচাত তিষ্ঠিব নোৱাৰি সমীৰ মজিয়াত বাগৰি পৰিল। কোনোদিনে মাৰপিট নকৰা ত্ৰৈলোক্য আৰু চন্দনহঁতৰ সেই সময়ত কি হৈছিল সিহঁতে নিজেই নাজানে।

অলকক টানি লৈ সিহঁত কোঠাটোৰ পৰা ওলাই যাব খোজোঁতে বকাক্ত সমীৰে মুখটো দাঙি কিবা এবাৰ কব খুজিছিল। কিন্তু কব নোৱাৰিলে। হয়তোবা ইচ্ছা কৰিয়েই নকলে।

: তহঁতে সমীৰদাক মাৰিব নালাগিছিল। বৰ বেয়া কাম কৰিলি।

সমীৰৰ ঘোচাত বাওঁ চকুটো বেয়াকৈ উখহি উঠা অলকৰ কথাত আক্ষেপৰ সুৰ বাজি উঠিল।

"নামাৰিবি? তাকেই আকৌ গৰম গৰম কথা। ক্ৰিমিনালক এতিয়াই কৈ আছিব পাৰোনে। কিন্তু চুৰবটোৰ লগতে এজনী ছোৱালীৰ জীৱনটো

ধ্বংস কৰি লাভ কি? প্ৰিন্সিপালক বিপৰ্ট কৰিলে সিহঁতো মৰিবই; লগতে পাপবিও মৰিব। ছুইটাকে হোষ্টেলৰ পৰা উলিয়াই দিব।"

সিহঁতে যে বেয়া কাম কৰা নাই। তাৰেই সমৰ্থনত ত্ৰৈলোক্যই কলে। "আৰু চালা, এই যে ছোৱালীবোৰ। ইহঁতৰ কাৰণেই চব অশান্তিৰ সৃষ্টি।"

চন্দনে কিবা এষাৰ কব লাগে বুলিয়েই হয়তো কৈ উঠিল।

: পিচে এতিয়া কি কৰিবি? আন ল'ৰাই কথাটো গম পালে বৰ বেয়া হব। অইন ছোৱালী হোৱা হলে কথা নাছিল। কিন্তু ঘটনাটো প্ৰবালে শুনে বুলিহে বেয়া লাগিছে।

চন্দনে একো নামাতিলে।

## । অ ।

মাইলালজিয়া।

বিৰক্তিত প্ৰকাশৰ মনটো ভৰি পৰিল। আবেলিতে ওলাই যোৱা অসীম তেতিয়ালৈকে উভতি নহাত তাৰ বৰ অৰতি লাগিল। অকলশৰীয়া সময়খিনিৰ বিৰক্তিৰ কাৰণে যেন অসীমেই দায়ী। অসীম থকা হলে প্ৰকাশে তাকেই সুধি লব পাৰিলেহেঁতেন: ৰাত্তিপুৱা ক্লাছত শুনা নতুন শব্দটো কি?

মাইলালজিয়া নে মাইলেলজিয়া?

'পেইন ইন্ দি স্পাইনেল কৰ্ড।'

কেছ হিষ্ট্ৰীত লিখা এটা বাক্য। সেই বাক্যটোতে আঙুলিয়াই অধ্যাপক চক্ৰবৰ্তীয়ে তাক সুধিছিল: হোৱাট মেডিকেল টাৰ্ম ইউ উইল পুট ফৰ ইট?

সি উত্তৰ দিব পৰা নাছিল। বাকীবোৰ ছাত্ৰ-ছাত্ৰীবো তদ্ৰূপ অৱস্থা।

"মাইলালজিয়া। বানানটো শিকি থবা। প্ৰয়োজন হব।" অধ্যাপক চক্ৰবৰ্তীয়ে সিইতক কৈছিল।

সন্ধিয়াৰ পৰা সেই শব্দটোকে বিচাৰি বিচাৰি প্ৰকাশে হাৱাথুৰি খাইছে। এখনৰ পিচত আন এখন কিতাপৰ পাত লুটিয়াইছে। কিন্তু কোনোখন কিতাপতে সেই শব্দটো বিচাৰি নাপালে।

'মেডিকেল ডিক্সনাৰীখন' বিচাৰি সি অসীমৰ পঢ়া মেজখনতো চাই পঠিয়ালে। মেজখনৰ ওপৰতে মেলি থোৱা আছে এখন ডায়েৰী।

মাইলালজিয়াৰ যমতা পাহৰি ডায়েৰীখন সি হাতত তুলি ললে।

ডায়েৰীখন পঢ়ি চাবলৈ অসীমে তাক বহুদিন অনুৰোধ কৰিছিল: এই কমমেট; তাইতে লিখিবলৈ কোৱা মেডিকেল কলেজৰ কথা আৰু লিখা

নহ'ল। পইণ্টবোৰকে গল্পৰ আকাৰত টুকি থৈছোঁ। কেতিয়াবা সময় পালে লিখিম। পঢ়ি চাবিচোন—কিবা পইণ্ট এৰাই গৈছোঁ নেকি ?

কিন্তু পঢ়িম পঢ়িম বুলি ভাবিও ইমানদিনে সি পঢ়ি চোৱাৰ আগ্ৰহ সঞ্চয় কৰিব পৰা নাছিল।

কিন্তু আজি দেখোন তাৰ পঢ়ি চাবলৈ হেলা নালাগিল।

ডায়েৰীখন খুলি সি পঢ়ি গল :

গুৱাহাটী কলেজ হাস্পাতাল।

অবহেলিত এই চিকিৎসালয়খনৰ উনৈশ শ বাষষ্ঠি চনৰ পৰা আজিলৈকে কোনো দিশতে একো উন্নতি নহ'ল। একালে মুষ্টিমেয় চিকিৎসক, নাৰ্চ, কৰ্মচাৰী আৰু ৰোগী ভৰ্তিকৰণৰ সীমিত সুবিধা; আৰু আনফালে চিকিৎসা আৰু পৰিচৰ্য্যা বিচাৰি অহা শ-শ ৰোগীৰ নিতৌ নতুন সোঁত, ভিৰ।

দুটা বিপৰীতমুখী ব্যৱস্থা।

চহৰৰ ধনী মানুহবোৰে চিকিৎসা বিচাৰি ইয়ালৈ প্ৰায়ে নাহে। প্ৰাইভেট নতুবা মিছনেৰী হাস্পাতালবোৰলৈ যায়। প্ৰাইভেট ডাক্তৰক ৰোগ দেখুৱায়; চিকিৎসা লয়। ইয়ালৈ আহে দূৰ-দূৰণিৰ গাওঁৰ পৰা গৰীব-দুখীয়া ৰোগীৰ দল আৰু চহৰৰ সামৰ্থহীন নিম্ন আৰু মধ্যবিত্ত শ্ৰেণীৰ মৃত্যুমুখীৰ জাক।

এমুঠি চিকিৎসক আৰু নাৰ্চৰ মৰম আৰু পৰিচৰ্য্যাই ৰোগ আৰোগ্য কৰাৰ বাবে যথেষ্ট নহয়। আহিলা-পাতিৰ নাটনি, ঔষধ-পাতিৰ অনাটন আৰু অস্বাস্থ্যকৰ পৰিবেশৰ মাজত চিকিৎসকবোৰে ৰোগীবোৰক পৰীক্ষা কৰে; ৰোগী চায়। আশ্বাস দিয়ে। নাৰ্চবোৰে একেটা পৰিয়ালৰ মানুহৰ দৰে মৰম বিলায়; পৰিচৰ্য্যা কৰে; উৎসাহ যোগায়। কিন্তু সেই চিকিৎসক আৰু নাৰ্চবোৰে নিজেই হৈ পৰে নিৰাশাবাদী। হাস্পাতালত বাঢ়ি অহা মৃত্যুৰ হাৰ দেখি ডাক্তৰবোৰে নিজৰ ওপৰতে আস্থা হেৰুৱাই পেলায়। ৰাজহুৱা ধনৰ পৰা নব্বৈ হেজাৰ টকা ব্যয় কৰি একোজন ছাত্ৰক একোজন চিকিৎসক হিচাপে গঢ়ি তোলাৰ অৰ্থ বিচাৰি নাপায়।

প্ৰত্যেক বছৰে বহুতো ছাত্ৰই শিক্ষা সাং কৰি ডাক্তৰ হয়। চিকিৎসকৰ সংখ্যা বঢ়ায়। কিন্তু নকৈ ওলোৱা চিকিৎসকবোৰ গাঁৱলৈ যাব নোখোজে কিয় ? সেয়া তেওঁলোকৰ চহৰমুখী জীৱনৰ মোহ নে হাস্পাতালৰ নামত থিয় হৈ থকা গাঁৱৰ জৰাজীৰ্ণ ঘৰ এটাৰ মাজত অভিজ্ঞতা সঞ্চয়ৰ সুযোগ হেৰুওৱাৰ আশংকা ? কষ্টোপাৰ্জিত শিক্ষাৰ অপব্যৱহাৰৰ ভয় ?

নাৰ্চবোৰ চৰিত্ৰহীনা।

এয়া সমাজৰ সৰহভাগ মানুহৰ ধাৰণা। জাতিভেদ নিৰ্মূল কৰিব খোজা দেশপ্ৰেমিকসকলেই জন্ম দিয়ে অন্য এটা নতুন জাতিভেদৰ; বৰ্ণ-বৈষম্যৰ। ব্ৰাহ্মণ-কৈবৰ্ত ; কায়স্থ-কলিতাৰ পৰিবৰ্তে নাৰ্চ, চিকিৎসক, বিষয়া-কেৰাণী, চাপ্ৰাচী-পিয়নৰ এটা নতুন জাত।

নাৰ্চ মানেই ভ্ৰষ্টা ; চৰিত্ৰহীনা। আৰু কলঙ্কিত চৰিত্ৰৰ ছোৱালীবোৰৰ পৰিণতিয়েই নাৰ্চৰ জীৱন।

শেৱালি ?

কৰুণ জীৱন এটা সাৱটি লৰলৈ এখন ঘৰৰ মৰম-চেনেহৰ মাজৰ পৰা ওলাই অহা এজনী মৰম লগা ছোৱালী।

: অথনি ক'ৰ টেলিগ্ৰাম পাইছিলি অ' শেৱালি ?

"দেউতাৰ অসুখ বোলে বেছি হৈছে অ' কল্পিনী। ঘৰলৈ মাতি পঠিয়াইছে।"

: যাবি নেকি ?

"কেনেকৈ যাওঁ ? ছুটী নাপালোঁ। নাইট ডিউটি নথকা হলে হয়তো পালোহেঁতেন কিজানি।"

: টকা কেইটামানকে পঠিয়াই দে।

"দৰমহা পায়েই এখ টকা পঠিয়াইছিলোঁ। পঠিয়াবলৈ তেনেকৈ এতিয়া পইচাও নাই।"

: মোৰ হাতত ত্ৰিশটামান টকা আছে হবলা। তোক দিব পাৰিম।

এই শেৱালি-কল্পিনীহঁতেই এইখন হা'পাতালৰ ছিটাৰ; নাৰ্চ। হেজাৰ হেজাৰ ৰুগ্নদেহীক মৰম আৰু পৰিচৰ্য্যাৰে সুস্থ কৰি তোলা শেৱালিহঁতৰ হেজাৰজন দেউতাকৰ চিকিৎসাৰ অভাৱত মৃত্যু হয়। মৃত্যুমুখী দেউতাকহঁতক শেষবাৰলৈ গৈ এবাৰ চাই অহাৰ সময়ো নহয়। আহৰি নাই।

এখন ত্ৰিশটকীয়া মানিঅৰ্ডাৰ ; টি-এম-অ'। জীৱনৰ বান্ধোনমুক্ত হৈ চিৰদিনলৈ গুচি যাবলৈ ওলোৱা শেৱালিৰ দেউতাকে তাইলৈ বৈ বৈ এদিন ভাগৰি পৰে। আঁতৰি যায়। লৈ যায় এটা অপূৰ্ণ আশা; জীৱনৰ বাবে শেষবাৰলৈ শেৱালিক এবাৰ চাই যোৱাৰ হেঁপাহ।

মাকক হেৰুওৱা দেউতাকৰ বৰ জীয়ৰী শেৱালি। হেজাৰজনৰ সেৱাৰে ঘৰ এখনক জীয়াই ৰখাৰ আশা লৈ এদিন এইখন হাস্পাতাললৈ অহা এইজনী

শেৰালিয়ে সিদিনা এৰি থৈ আহিছিল গাভৰু জীৱনৰ ৰঙীন সপ্ন; অলেখ আশা। কুমাৰী জীৱনৰ কামনা-বাসনাক কবৰ দি আৰিয়ৈ ভনীয়েকক এৰবলৈ উলিয়াই দিয়া শেৱালিৰ মদন পিচলা দেহলৈ এদিন নামি আহিব বাৰ্ধক্যৰ জড়তা; মৃত্যুৰ বাৰতা। তেনেকৈয়ে শেষ হৈ যাব এটা করুণ জীৱনৰ শোকলগা অধ্যায়।

তৃতীয় আৰু চতুৰ্থ শ্ৰেণীৰ বাজ্যিক কৰ্মচাৰীবোৰৰ এখন স্বকীয়া ইউনিয়ন আছে। এইখন হাস্পাতালৰ চকিদাৰ, ৱাৰ্ডবয়, চুইপাৰবোৰে ইউনিয়ন মানে কি বুবুজে।

বুজে: ইউনিয়নত যোগ দিলেই সিহঁতৰ দৰমহা বাঢ়িব। অভাৱ-অভিযোগবোৰ নাইকিয়া হব। থাকিবলৈ ঘৰ পাব। এতিয়াৰ দৰে অ'ভাৰব্ৰিজৰ তলত, ফাঁচি বজাৰৰ ফুটপাথত নতুবা হাস্পাতালৰ কৰিডৰত থকাৰ প্ৰয়োজন নহব।

হাস্পাতালত কাম কৰা অনাথৰী হৰিজন মতা-মাইকীবোৰে আন ঠাইলৈ যাব নোখোজে। হাস্পাতালৰ বাৰাণ্ডাতে বাতিটো কটাই দিয়ে। সিহঁতৰ হিচাপ নোহোৱা ল'ৰা-ছোৱালীবোৰে হাস্পাতালৰ চৌহদ আৰু কৰিডৰ-বোৰত পিত-পিতাই ফুৰে। কোনোবা ৰোগীয়ে পেলাই দিয়া এটুকুৰা ৰুটী নতুবা ফল এডোখৰৰ কাৰণে কঢ়া-আজোৰা লগায়; চিঞৰ-বাখৰ কৰে। বাটে-ঘাটে ঘূৰি ফুৰা কুকুৰবোৰেও আহি সিহঁতৰ লগত প্ৰতিযোগিতা চলায়। 'চাইলেন্স প্লিজ' বুলি হাস্পাতালৰ অ'ত ত'ত লিখি থোৱা সক লক প্লে-কাৰ্ডবোৰ দেখিলে তেতিয়া হাঁহি উঠে। ডিউটিত থকা 'চিষ্টাৰে' সিহঁতক চিঞৰ-বাখৰ নকৰিবলৈ কলে—মুখে মুখে উত্তৰ দিয়ো কাজিয়া কৰে। ইউনিয়নৰ কথা কয়। দৈহিক সামৰ্থ্যহীন ৰোগীবোৰৰ থোৱা সাজ-বাচনবোৰ লেতেৰা সাজপাৰ পিন্ধি লেতেৰা হৈ থকা চুইপাৰবোৰেই লেতেৰা হাতেৰে ধুই-মেলি দিয়ে। নৱজাত শিশুবোৰৰ মাজত সিহঁতেই বিভিন্ন ৰোগৰ বীজাণু সিঁচে। অৰ্দ্ধাহাৰ অনাহাৰে থকা হাস্পাতালৰ এইবোৰ কৰ্মচাৰীয়ে মদ খাবলৈ ক'ত পইচা পায়—সিহঁতেহে জানে। মদ খাই অ'ত ত'ত পৰি থকা চুইপাৰবোৰক টোপনিৰ পৰা জগাব নোৱাৰি চিষ্টাৰবোৰেই সিহঁতৰ কামবোৰ কৰিবলগীয়া হয়। কৰিডৰত পৰি থকা চুইপাৰবোৰক নাৰ্ছ বা চিকিৎসক সকলে কাম কৰিবলৈ মাতিলে অশ্লীল গালি পাৰে। মদৰ নিচাত ট্ৰেজেডী কয়। ৱাৰ্ডৰ ৰোগীবোৰৰ টোপনি ভাঙে। শান্তি ভঙ্গ হয়।

চহৰৰ মাজ-মজিয়াত সস্তীয়া ভাৰাঘৰ বিচাৰি নাপাই চহৰ-প্ৰান্তৰ পৰা চাইকেল নতুবা চিটিবাছেৰে হাস্পাতাললৈ আহোঁতে পিয়ন, কেৰাণী, টেক্‌নিচিয়ানবোৰৰ কেতিয়াবা কেতিয়াবা পলম হয়। সেই সময়খিনিত ৰোগীবোৰৰ আয়ুকাল বাঢ়ে। সামান্য কাম এটাৰ কাৰণে বহু সময়ৰ অপেক্ষাৰ প্ৰয়োজন হয়। চিকিৎসকবোৰ অসহায় হৈ পৰে। চিকিৎসাৰ গতিত ভেটা পৰে।

বাইজৰ দাবীৰ ওচৰত ব্যক্তিগত জীৱনৰ দাম বৰ কম। দেশ আৰু মানৱতাৰ আহ্বান উপেক্ষা কৰিব নোৱাৰি চিকিৎসকবোৰে হাঁহি হাঁহি মৃত্যুকে সাৱটি লয়। ৰণাঙ্গনলৈ যায়। মানৱ-সেৱা কৰে। দেশৰ সন্মান ৰক্ষা কৰাত অভূতপূৰ্ব সঁহাৰি জনায়। কিন্তু জোৱানসকলৰ দৰে সেইবোৰ চিকিৎসক আৰু নাৰ্ছৰ কোনো স্বীকৃতি নাই।

বেচেৰা নগেন শইকীয়া আৰু যোগেশ দাস?

বৰ্বৰ পাকিস্থানী সৈন্যৰ গুলীৰ আঘাতত জন্ম দিয়া বাংলা দেশৰ আগৰ ঘটনা।

অশান্ত পৃথিৱী। কিন্তু সম্মিলিত জাতি সংঘ তেতিয়াও নিমাত; নিষ্ক্ৰিয়।

পূব পাকিস্থানৰ আকাশত তেতিয়া মাথোন জুই, ধোঁৱা আৰু ছাঁই। বাৰুদৰ ধোঁৱাৰে ধূসৰ হৈ পৰা পূব পাকিস্থানৰ আকাশত মৃত্যুৰ বিভীষিকা। ৰক্তাহত বাৰুদৰ গোন্ধ; ক্ৰন্দন আৰু হাহাকাৰ ধ্বনি। মাটিত মৰাশৰ দ'ম। আকাশত যাহায়াৰ বৰ্বৰতাৰ স্বাক্ষৰ বহন কৰি উৰি ফুৰা উন্মাদ শগুনৰ জাক। তেজ, মৰাশ, বোমা-বাৰুদৰ গোন্ধ আৰু হেজাৰ হেজাৰ শগুনৰ জাক।

বিশ্ব স্বাস্থ্য সংস্থা উদ্‌বিগ্ন হৈ পৰিল। সমগ্ৰ পৃথিৱীৰ আটাইবোৰ চিকিৎসা সংস্থা আৰু চিকিৎসালয়বোৰক অনুৰোধ কৰা হ'ল: পূব-পাকিস্থানলৈ চিকিৎসক আৰু নাৰ্ছ পঠোৱা; দৰব আৰু এম্বুলেন্স।

গুৱাহাটী মেডিকেল কলেজৰ নটিচ ব'ৰ্ডত এদিন অধ্যক্ষৰ আদেশপত্ৰ এখন ওলমিল। তিনিটা নাম: ডাঃ বীৰেন বৰুৱা, নগেন শইকীয়া আৰু যোগেশ দাস।

পিচদিনা ৰাতিপুৱাই এম্বুলেন্স এখনে হাস্পাতাল এৰিছিল। ভিতৰত তিনিজন চিকিৎসক, স্পিৰিট, কটন, দৰব, যন্ত্ৰ-পাতি আৰু অস্ত্ৰোপচাৰৰ সামগ্ৰী।

বিশ্বৰ মানচিত্ৰৰ বুকুৰ পৰা যাহায়াৰ পূব পাকিস্থান তেতিয়া যাওঁ যাওঁ।

পদ্মাৰ বুকুত তেজৰ ঢল। বক্ত বক্তাৰ চাকনৈয়া।

মেঘনাৰ পাৰত শাৰী শাৰী শিবিৰ। শ-শ চিকিৎসকৰ দল, শুশ্রূষা-কাৰিণী নাৰ্চ আৰু হেজাৰ-বিজাৰ কৰ্ম, পজুৰ ভিৰ।

তেজ, মৰাশ, আৰ্তনাদ আৰু আশঙ্কাৰ মাজেৰে দিন বাগৰিল। মাহ আগবাঢ়িল। এটাৰ পিচত এটা। তাৰ পিচত আৰু এটা। এটা এটাকৈ কেবাটাও এটা পাৰ হৈ গ'ল।

ধোঁৱা-কোঁৱা দেখা যাহায়াই অৱশেষত মূৰে-কপালে হাত দি বহিল।

দুখণ্ডিত পাকিস্থান আকৌ খণ্ডিত হ'ল। জন্ম হ'ল বাংলাদেশ।

তাৰ পিচত চিকিৎসকবোৰ এদিন স্বদেশলৈ উভতিল।

উভতি আহিল ডাক্তৰ বীৰেন বৰুৱা। কিন্তু সহকৰ্মী নগেন শইকীয়া আৰু যোগেশ দাস? পদ্মাৰ মমতাত চিৰদিনলৈ সিহঁত তাতেই ৰৈ গ'ল।

'গঙ্গা যে আমাৰ মা।'

হঠাতে দুৱাৰ খুলি অসীম সোমাই আহিল।

প্ৰকাশে ডায়েৰীখন বন্ধ কৰি থৈ অসীমলৈ এটা নতুন দৃষ্টিৰে চাই পঠিয়ালে। এইজন অসীমক সি যেন চিনি নাপায়। অচিনাকি।

অসীমৰ বৈপ্লৱিক মন এটা আছে—সি জানে। কিন্তু ডায়েৰীৰ পাতৰ অসীমক নাজানে। নিচিনে। এইমাত্ৰহে যেন চিনাকি হৈছে।

"কি অ' ৰুমমেট, এনেদৰে চাইছ যেন মই এটা চিৰিয়াখানাৰ পিঞ্জৰাবন্ধ বাঘহে!"

প্ৰকাশে কব খুজিছিল: এৰা, তইঁত বাঘেই, কিন্তু পিঞ্জৰাবন্ধ।

কব খোজা কথাও কেতিয়াবা কেতিয়াবা কোৱা নহয়। প্ৰকাশেও নকলে।

: কলৈ গৈছিলি?

তাৰ প্ৰশ্নত কৰ্তৃত্ব আৰু শাসনৰ সুৰ।

"এনেয়ে ওলাই গলোঁ অ'। মনই অলপ মাৰ্কেটিং কৰিলে।"

: জমালি নেকি? তইঁতৰে দিন আৰু। আমাৰহে একো নহ'ল।

"কি জমাবি ভাই?"

সেমেকা মাত এটাৰে কোৱা অসীমৰ কথাৰাৰত নিৰুত্তাপৰ সুৰ।

প্ৰকাশ নিৰুৎসাহিত হৈ পৰিল। দুৱাই তাক প্ৰশ্ন কৰাৰ ইচ্ছা নহ'ল।

অসীম তেতিয়া বিছনাখনত বহি জোতাৰ ফিটা খোলাত ব্যস্ত।

বৰ মানে বনশ্ৰীলতা বৰুৱা।

অসীম আৰু প্ৰকাশৰ লগত কথা পাতি ভাল পোৱা বনই অৱশেষত অসীমৰ হিয়াৰ মাজত এখন বিশেষ আসন অধিকাৰ কৰি বহিল: দুয়োজনে দুয়োজনৰ ওচৰ চাপি গ'ল। প্ৰকাশে সেই কথা জানিও নজনা হৈ ৰ'ল। নিজ হাতে পায়স, কেক্ বনাই চকিদাৰ ৰামস্বৰূপৰ হাতত বনই সিঁহতলৈ পঠিয়াই দিয়ে। লগতে অসীমলৈ এখন নীলা খামৰ চিঠি। দুয়োজনে ভগাই খায়। কিন্তু নীলা চিঠিখন অসীমৰ কাৰণে সম্পূর্ণ ব্যক্তিগত।

. মন দিয়া আৰু পোৱাৰ কথা অসীমে এদিন নিজেই প্ৰকাশক কৈছিল।

শিল্পী, সাহিত্যিকবোৰৰ প্ৰতি ছোৱালীবোৰ সদায় দুৰ্বল নেকি বাৰু?

কলেজৰ বাহিৰৰ পাঠকশ্ৰেণীয়ে লিখক হিচাপে অসীমক কেনে আসন দিব খোজে সি নাজানে। কিন্তু মেডিকেল কলেজৰ ছাত্ৰীবোৰৰ মাজত অসীম এজন প্ৰিয় লিখক। দুই-এজনী জুনিওৰ ছাত্ৰীয়ে সি লিখা গল্পৰ প্ৰেমত পৰি কেতিয়াবা কেতিয়াবা তাক সোধে: অসীমদা, অসমীয়াত অনার্চ লৈ আপুনি আটচ নপঢ়িলে কেলেই? ইয়ালৈ কিয় মৰিবলৈ আহিল?

'কিয় আহিলোঁ নাজানা? এজনৰ মৃত্যুৱে হেজাৰজনক জীয়াই ৰাখিবলৈ।' সাহিত্যিকৰ ভাষাৰে কথ খুজি সি থমকি ৰ'ল। নকলে। হাঁহি হাঁহি ওভোতাই প্ৰশ্ন কৰিলে: তোমালোক ইয়ালৈ কেলেই আহিছা? বিয়াত সোমাই দেখোন ঘৰ এখন পাতি লব পাৰিলাহেঁতেন। মিছাতে ল'ৰাবোৰক বেয়া কৰিছাহি।

"আপোনালোক আমাৰ কাৰণেহে বেয়া হৈছে নেকি? কিয়? ছি, ছি, ল'ৰাবোৰ ইমান চঞ্চল নে পাই? ইমান দুৰ্বল? আকৌ আপোনালোকেই দেখোন কয়: নাৰী অবলা।"

ছোৱালী কেইজনীয়ে অসীমৰ কথাবাৰৰ অৰ্থটো বৈকাকৈ লয়।

: বুজিছোঁ, তোমালোকে সেইটোকে বুজিবা। কাৰণ: পাগলবোৰে নিজক কেতিয়াও পাগল বুলি নাভাবে। সিঁহতৰ মনত বলিয়া কাটেকৰ বাহিৰত থকা মানুহবোৰহে পাগল। তোমালোকেই কোৱাচোন—মেডিকেল কলেজত কোনজন ল'ৰাক পৰীক্ষাত প্ৰথম হোৱা দেখিছা?

"ল' তাৰ কাৰণে হবলা আমিহে জগৰীয়া হলোঁ?"

: এবাস্তোন, তোমালোকৰ ধুনীয়া ধুনীয়া মুখ কেইখনক ভাল নম্বৰ নিদি পৰীক্ষাত আমাক সৰহ নম্বৰ দিব নেকি ?

চিৰিয়াচ্‌লি কোৱা অসীমৰ কথাবোৰ ছোৱালীবোৰে লাইটলি লয়। হাঁহি হাঁহি উৰুৱাই দিয়ে।

কেতিয়াবা কেতিয়াবা সমীৰো আহে। কয় : অসীম, তুমি লিখক মানুহ। সাহিত্যিক। মোক লৈ কিবা এটা নিলিখা কিয় হে ?

অসীমে সমীৰক সন্মান কৰি আহিছে। সোধে :

"কি লিখিম সমীৰদা ? আপোনাৰ কথা দেখোন মই একোৱেই নাজানো। আপুনি কিবাকিবি কলেহে লিখিব পাৰিম।"

: সদায় দেখোন দেখিয়েই আছা—মই মদ খাওঁ, মাৰপিট কৰোঁ। কেতিয়াবা কেতিয়াবা মাৰো খাওঁ। এইবোৰক লৈয়ে কিবা এটা লিখিব পাৰা।

সমীৰৰ কথাবোৰ শুনি অসীমে ভাবে : সমীৰক লৈ সি কি লিখিব ? কল্পনাৰে সাজি লোৱা চৰিত্ৰবোৰক লিখাৰ মাজেৰে জীৱন্ত কৰি গঢ় দিব পাৰি, বৰ্ণাব পাৰি। কিন্তু সদায় দেখি অহা বাস্তৱ চৰিত্ৰবোৰৰ বিষয়ে লিখা বৰ টান।

কিন্তু সমীৰক নিৰুৎসাহ কৰিবলৈ অসীমৰ ভাল নালাগিল।

"ঠিক আছে সমীৰদা, সময় পালে এইবাৰ আপোনাৰ কথাকে লিখিম। আপুনি কিন্তু কিবাকিবি কব লাগিব।"

: কৰ। কৰ কম অসীম। কৰ কম। কিন্তু এতিয়া নহয় দেই। পিচত।

সমীৰ আঁতৰি যায়।

ঠিক এনেদৰেই এদিন বনলতাও অসীমৰ ওচৰলৈ আহিছিল। কিন্তু সমীৰৰ দৰে নিজৰ জীৱনৰ কাহিনী কবলৈ নহয়। এনেয়ে। ক্লাছত লগ পোৱা অসীম আৰু প্ৰকাশৰ লৈতে কথা পাতি তাইৰচোন বেয়া নালাগিল। ভাব হল : অসীম আৰু প্ৰকাশ কলেজৰ আনবোৰ ছাত্ৰৰ লৈতে একে নহয়। বেলেগ।

অৱশেষত এনেয়ে ভাল লগা সিহঁত দুজনৰ এজনক তাইৰ বৰ বেছিকৈ ভাল লাগি গ'ল। সুযোগ পালেই প্ৰকাশে তাইক জোকায়।

"নন, ঘৰলৈ কেতিয়াকৈ যাবা ?"

"পূজাৰ বন্ধত।" বনই উত্তৰ দিয়ে।

"ঘৰৰ পৰা আহোঁতে আমালৈ কিবাকিবি আনিবা আকৌ।"

"কি আনিম? তুমিতো নাৰিকলৰ লস্কবাৰ খকুৱা। তাকেই কেইটামান লৈ আহিম বাৰু। হবতো?"

"কিন্তু ডিচেন্ট্ৰিত নাৰিকল যে বেয়া জানানে নাজানা?" প্ৰকাশে সুযোগ পাই খোচ মাৰি কয়। কাৰণ বনয়ো জানে অসীমৰ ক্ৰণিক ডিচেন্ট্ৰী আছে।

"পেট বেমাৰীবোৰে নাখালেই হ'ল।" বনৰ উত্তৰত কৃত্ৰিম খং।

"পেট বেমাৰীজনে নাখালে, মোক খুৱাই জানো শান্তি পাবা? বুইছা বন, নবৌজনীয়ে কেতিয়াবা মোলৈ নাৰিকলৰ লস্কৰা পঠিয়ায়। কিন্তু তোমাক নবৌ কৰিবলৈ মোৰ যে আৰু দ্বিতীয়জন ককাইদেউ নাই। ৰুমমেটক ককাইদেউ বুলি মাতিলেহে হব আৰু।"

"যাঃ, দুষ্টটো ক'ৰবাৰ। আমি হবলা তোমাৰ কথা নাজানোহে।" প্ৰতিৰক্ষাৰ সুযোগ বিচাৰি বনই জুবিলৈ ইঙ্গিত কৰে।

বনইতৰ ধাৰণাঃ প্ৰকাশে জুবিক ভাল পায়।

অকল বনইতেই নহয়; মৰম কৰিব পৰা কিন্তু ভালপাব নোৱাৰা জুবিৰ প্ৰেমত পৰা বুলি তাক সমনীয়াবোৰৰ বহুতেই জোকায়।

"কিন্তু দেৱালীৰ নিশা ইটো বেলকনিৰ পৰা সিটো বেলকনিলৈ চিগ্‌নেল দিয়া আমাৰ মাজত এতিয়াও আৰম্ভ হোৱা নাই দেই। এইবাৰ পাৰিলে যত্ন কৰি চাব লাগিব।" প্ৰকাশে বনক পুনৰ খোচ মাৰি কয়।

"তুমি বৰ দুষ্ট পাই।" বুলি বনই লাজত তলমূৰ কৰে।

সেয়া অসীম আৰু বন প্ৰেমত পৰাৰ প্ৰথম বছৰৰ ঘটনা।

"এই ৰুমমেট, একেবাৰে দেখোন নিস্তব্ধ হৈ গলি? ডায়েৰীটো শেষলৈ পঢ়িলি জানো? কেনে পালি?"

জোতাযোৰ খুলি খাটৰ তললৈ ঠেলি দিয়া অসীমৰ মাতত প্ৰকাশে তালৈ চাই পঠিয়ালে। টেবুলৰ ওপৰৰ ফুলদানীটোত সজাই থোৱা বেঙুনীয়া ৰঙৰ ফুলপাহ তেতিয়াও সজীৱ হৈ আছে। প্ৰি-মেডিকেল ক্লাছৰ পৰাই প্ৰকাশে দেখি আহিছে—অসীমে সদায় বাস্তিপুৱা বেঙুনীয়া ফুল এপাহ বিচাৰি আনি ফুলদানীটোত সজাই থয়। বিভিন্ন ঋতুত বিভিন্ন ফুল। কিন্তু সদায় একেটা ৰং—বেঙুনীয়া।

এপাহতকৈ সবহ ফুল থোৱা সি কোনোদিনেই দেখা নাই
বেঙুনীয়া বং হেনো কলিজাৰ বং।

"কিছু পঢ়িলোঁ। বাকীখিনি পঢ়ি শেষ হ'লেহে কমেণ্ট দিম।"

প্ৰকাশৰ উত্তৰত অসীম নিৰুৎসাহ হৈ পৰিল। কানি-কাপোৰ সলাই কোঠাটোৰ খিৰিকীখন খুলি দিলে। বাহিৰত পূৰ্ণিমাৰ জোনাক। জোনাকৰ পোহৰত দূৰৰ ছাত্ৰীবাসটো মাৰ্বল পাথৰেৰে সজা এটা প্ৰকাণ্ড অট্টালিকা যেন লাগে।

অসীম কোঠাটোৰ পৰা ওলাই আহি বাৰাণ্ডাত থিয় হ'ল।

এজাক পাতল বতাহে মিঠা গোন্ধ এটা তাৰ চাৰিওফালে সিঁচি দি গ'ল। পাহাৰৰ বুকুত ফুলা বনৰীয়া ফুলৰ এটা অচিনাকি গোন্ধ। ছাত্ৰীবাসটোৰ গেটৰ দুয়োকাষে নতুনকৈ ৰোৱা কৃষ্ণচূড়া দুজোপালৈ তাৰ মনত পৰিল। জোনাকলৈ চাই চাই পাতবোৰে হয়তো বতাহত নাচিছে। কঁপিছে। সৰু সৰু পুলিকেইটা এদিন ডাঙৰ হ'ব। ফুলিব। এটা-দুটাকৈ মনৰ বেজাৰ গুচাই ফুলা হেজাৰ-বিজাৰ ফুল। ৰঙা।

এখোপা শেৱালি আৰু হেজাৰ হেজাৰ কৃষ্ণচূড়াৰ ৰঙা ৰঙা পাহি।

অসীমে একেদৰেই চাই থাকিল।

দূৰত নিশাৰ গুৱাহাটী। সোঁকাষত এখন উদং পথাৰ; দিছপুৰ। নীৰৱ। ছনমাটিৰ আকাশত শোধনাগাৰৰ অনিৰ্বাপিত জুইৰ শিখা।

ওচৰৰ কামৰূপ ক্লাবৰ মিলচ্‌ৰ পৰা ভাঁহি অহা মেচিনৰ ঘেৰ্‌ঘেৰ্‌ণি। দূৰৰ চান্দমাৰীৰ পাহাৰখনৰ ওপৰত থকা 'ইউনিভাৰ্চিটি কলনি'ৰ বিজুলী চাকিবোৰ টিমিক্-চামাক্‌কৈ জ্বলি আছে। সন্মুখৰ শৰণীয়া পাহাৰৰ গান্ধী মণ্ডপটো যেন হঠাৎ পৰা নিক্ষেপ কৰিবলগীয়া এখন এপল' ৰকেট।

পূৱত গান্ধী মণ্ডপ। পশ্চিমত কামাখ্যাৰ মন্দিৰ।

অসীমৰ হাঁহি উঠি গ'ল।

থনিকৰে প্ৰতিমা সাজে। কিন্তু বেদীত প্ৰতিষ্ঠা কৰা দেৱীৰ পূজাত তাৰ কোনো অধিকাৰ নাই। গান্ধীৰ আদৰ্শক সন্মান দেখুৱাবলৈ বাইজৰ ধনেৰে সজা গান্ধী মণ্ডপো সাধাৰণ বাইজৰ পৰা বহুত দূৰত। স্পৰ্শাতীত।

"হে ভাই, থোৰা দেখ্‌কে চলো।"

এটা হিন্দী গীতৰ বেসুৰীয়া ধ্বনিত অসীমে তললৈ চাই পঠিয়ালে। কোনোবা এজন ঢলং-পলংকৈ সোমাই আহিছে। জোনাকৰ পোহৰত

মানুহজনক চিনিবলৈ তাৰ অসুবিধা নহ'ল। হোষ্টেলৰ চকিদাৰ বলিৰাম। 'খোৱা দেখ্‌কে চলো' বুলি আনক সাৱধান কৰি দিয়া বলিৰামে নিজেই 'দেখ্‌কে' খোজ পেলাৰ পৰা নাই।

"অই বলিৰাম, আকৌ মদ খাই আহিছ? তোক ৰ'।" অসীমে চমক দিলে। অসীমৰ চমকত বলিৰাম থমকি ৰ'ল। হোষ্টেলৰ ওপৰ মহলাৰ বাবাণ্ডালৈ মূৰ তুলি চাব খুজি তুখোজ পিচুৱাই গ'ল। মদৰ বাগীত দেহৰ ভাৰসাম্য ৰক্ষা কৰিব নোৱাৰা বলিৰামে কথমপি থিয় হৈ ৰ'ল।

"হা অসীম বাবু। আজ খোৱা পিয়া হ্যাই। নেহী পিয়েঙ্গীতো জিন্দা ৰহেঙ্গী কেইসে? অ-সী-ম বাবু—ঘোচা ম-ত কি-জি-য়ে।"

"মদ খাই হুলস্থুল কৰা বুলি চুপাৰ চাৰক কৈ দিম ৰ'। পাবি মজাপালি।"

আত্মপ্ৰসাদত সদায় "আজ হম ৰাজা বন গিয়া" হৈ অহা বলিৰাম এইবাৰ কাবু হৈ পৰিল।

: আজ মাফ্‌ কৰ দিজিয়ে বাবু। কালসে হাম কভী নেহী পিয়েঙ্গী মুন্নাকা কসম্। নৌকৰী খটম্ হো জায়েগা তো হাম্‌লোগ ক্যা খায়েগা বাবু?

এদিনেই নহয়। সি সদায়ে মদ খাই আহে। সদায় একে কথাকে কয়। চুপাৰক কম বুলি চমক দিলে কান্দি কান্দি ভৰিত ধৰি মাফ্‌ খোজে। কাওবাও কৰে। শপত খায়।

চৰকাৰৰ প্ৰতিশ্ৰুতি আৰু বলিৰামৰ কসম্। কোনো পাৰ্থক্য নাই। ৰঙ্গীৰ, ৰাজীৰ, ৰবীনহঁতে সন্মুখৰ পথাৰখনত খোৱা লহ্‌পহীয়া ফুলকবি ডবাৰ পুলিবোৰ গছকি গছকি আঁতৰি যায়।

হোষ্টেলৰ সকলোৱে তাক বলি বুলি মাতে। 'বলিকাই' বুলি কেতিয়াও কেৱে মতা নাই। সি বেয়া নাপায়। বলিৰামে হোষ্টেলৰ প্ৰত্যেকজন ছাত্ৰকে চিনি পায়। নাম জানে। ভাল পায়। ছাত্ৰবোৰেও তাক বেয়া নাপায়। তামোল, চিগাৰেট আনি দিয়া বলিক সিহঁতে দহ-বিশ পইচা বকৃচিচ দিয়ে। তেনেদৰে গোট খোৱা পইচাবে সন্ধিয়া মদ খাই টং হৈ থকা বলিয়ে ভাল পায়। চাৰ্কাচৰ ভালুকটোৰ দৰে নাচিবলৈ আৰম্ভ কৰে। টুইষ্ট, বিহু-নৃত্যৰ ভঙ্গীত কঁকাল ভাঙি নচা বলিক মাজত লৈ হোষ্টেলৰ কৰিডৰ'ৰত ল'ৰাবোৰে জুম বান্ধে। হাত চাপৰি বজায়। ৰগৰ কৰে। মাহৰ প্ৰথম সাতদিন গৰম হৈ থকা বলিৰামৰ ডিউটিত খেলিমেলি হয়। সেই কেইদিন হোষ্টেল চৌহদত তাক বিচাৰি পোৱা নাযায়।

ভাতৰ বেল শুনি অসীম বেলকনিৰ পৰা ভিতৰলৈ সোমাই আহিল। প্ৰকাশ তেতিয়া টোপনিত লালকাল।

: অই কুমমেট উঠ। ভাত নাখাব নেকি ?

অসীমৰ হেচুকনিত প্ৰকাশ কেঁচা টোপনিৰ পৰা সাৰ পাই উঠি বহে। টেবুলৰ ওপৰত খুলি থোৱা ঘড়ীটোলৈ চায়।

"ব'ল। বৰ ভোক লাগিছে। খাই-বৈ সোনকালে শুব লাগে। কাইলৈ ৰাতিপুৱাই মই ঘৰলৈ যাব লাগিব।"

প্ৰকাশৰ কথাত আচৰিত হৈ অসীমে সুধিলে : হঠাতে ঘৰলৈ যাব যে ? কাৰোবাৰ অসুখ নেকি ?

"নহয়। হাস্পাতালৰ পেচেণ্ট এজনক ঘৰলৈ লৈ যাব লাগে। আমাৰ গাওঁৰে মানুহ। প্ৰচটেট্ এন্‌লাৰজ্‌ড্ কেচ। যোৱা সোমবাৰে ডাউকা চাৰে অপাৰেশ্বন কৰিলে। কাইলৈ ৰিলিজ দিছে। ঘৰত থৈ আহিবলৈ মানুহজনে মোক বৰকৈ কুটুৰি আছে। নগলে ভাল কথা হব জানো? কাইলৈ গৈ পৰহিলৈ গুচি আহিম।"

"কাইলৈ নগৈ কেইদিনমান পিচত গলে ভাল হয় নেকি ? নহলে কিবা কম্‌প্লিকেশ্বন হয় যদি ?"

"চাৰে ভয় নাই বুলি কৈছে। মই ডাউকা চাৰক সুধিছিলোঁ।"

"যা, কিন্তু পৰহিলৈ যেনেতেনে গুচি আহিবি। দেবী চৌধুৰী চাৰৰ ক্লাছ আছে। তাৰ পিচদিনা আকৌ ইলেক্‌চন।"

অসীমে প্ৰকাশক সোঁৱৰাই দিছিল।

## । দহ ।

কেইদিনমানৰ পৰা হোষ্টেলৰ বতাহ কিছু উষ্ণ হৈ পৰিছে। এটা সজীৱ ব্যস্ততাই আটাইকেইটা ছাত্ৰ আৰু ছাত্ৰীবাসতে গতানুগতিক পৰিবেশৰ ঠাইত সৃষ্টি কৰিছে এটা নতুন পৰিবেশ; সজীৱতা। সন্ধিয়াৰ পৰা বাতি দুপৰলৈ কিতাপত মুখ গুজি থকা ছাত্ৰ-ছাত্ৰীবোৰেও কন্তেকৰ কাৰণে হলেও সন্মুখৰ কিতাপ বন্ধ কৰিবলৈ বাধ্য হৈছে।

নিৰ্বাচনৰ সময়ত প্ৰায়বোৰ কলেজতে অধ্যয়নৰ কিছু ব্যতিক্ৰম ঘটে। ব্যাঘাত জন্মে।

"এই দোস্ত—এইখন ল।"

ৰবীনে চিঠি এখন অলকলৈ আগবঢ়াই দি কোঠাটোৰ পৰা ওলাই যায়। কলেজ মেগাজিনৰ সম্পাদকৰ কাৰণে প্ৰতিদ্বন্দ্বিতা কৰা সত্যেন চৌধুৰীৰ লগত ভোট কেনভাচৰ বাবে যাব বুলি সি কথা দি আছিছে।

অলকলৈ ৰৰকৈ চিঠি নাহে। মাহেকত দুখন বা এখন আহে। মাকে লিখে। মানে—মাকে কোৱা কথাখিনি পাকলে লিখি পঠিয়ায়।

সেইখন চিঠিও ঘৰৰ পৰা অহা বুলিয়েই সি নিশ্চিন্ত হৈছিল।

ঘৰৰ চিঠি পালে তাৰ বৰ বেয়া লাগে। ঘৰখনলৈ মনত পৰে। মাকজনীৰ কষ্টৰ কথা ভাবি মেডিকেল পঢ়াৰ ইচ্ছা হেৰবাই পেলায়। পঢ়াশুনা বাদ দি ক'ৰবাত কেৰাণী সোমাবলৈ মন যায়।

তদুপৰি প্ৰত্যেকখন চিঠিয়ে তাৰ চকুৰ আগত দাঙি ধৰে এখন করুণ ছবি। এটা শোকাবহ দৃশ্য। অপাৰেশ্বন টেবুলত নিথৰ হৈ থোৱা এহাল শেঁতা চকু।

খামটো ছিঙি ভিতৰৰ কাগজখন সি চকুৰ আগত দাঙি ধৰিলে। সি আচৰিত হৈ গ'ল। অচিনাকি আখৰ। সেয়াচোন তাৰ পাকলবা'ৰ আখৰ নহয়। আন কাৰোবাৰ।

প্ৰেৰকৰ নামটো চালে। মাকে লিখিছে।

তাৰ বুকুখন চিৰিংকৈ উঠিল।

তাৰ মৰমৰ পাকল বা' জনীৰ তেন্তে কিবা অসুখ নেকি ?

লৰালৰিকৈ সি চিঠিখন পঢ়ি গ'ল :

মৰমৰ লকমইনা,

আশীৰ্বাদ লবিইক।

আশাকৰোঁ ভালে আছ। তোৰ চিঠিখন পাইছোঁ।

পাকলক ধৰিবলৈ অহা চল্‌চলিৰ মানুহ ঘৰৰ কথা তোক আগতেও কৈছিলোঁ। ল'ৰাজনে মাষ্টৰ কৰে। ঘৰ-দুৱাৰ বেয়া নহয় বুলি শুনিছোঁ। কিন্তু মই দেখা নাই।

সিহঁতে অহা মাঘতে বিয়া পাতিব খোজে। মইহে কথা দিয়া নাই। তোৰ পৰা চিঠি পালেহে আঙঠি পিন্ধাবলৈ আহিবলৈ কম। তই কি কৰ সোনকালে জনাবি। পাৰিলে ঘৰলৈ এবাৰ আহি যাবি। পইচা-পাইৰ কিবা এটা হব। বগৰীতলৰ মাটিডৰাকে বন্ধকত দিম বুলি ভাবিছোঁ। ৰজত দোকানীয়ে লব খুজিছে। বাকচত থকা মোৰ গহনাখিনি ভাঙি মেলি দুই-এপদ কিবা বনাব লাগিব। আমিনো তাইক কি দিম ?

খোৱা-বোৱাত যত্ন লবি। সিবাৰ আহোঁতে শুকাই ক্ষীণাই কিবাটো হৈ আহিছিলি।

আমাৰ আটাইৰে ভাল। আছোঁইক যেনে তেনে। ইতি—

আশীৰ্বাদিকা,

তোৰ মা।

চিঠিখন পঢ়া হ'লত তাৰ মনটো ভাল লাগি বেয়া লাগি গ'ল। ভাল লাগিল : সি ভবাৰ দৰে তাৰ পাকলবা'ৰ কোনো অসুখ হোৱা নাই। কিন্তু বেয়া লাগিল পাকলবা'জনী চিৰদিনলৈ আনৰ হৈ আঁতৰি যাব। তদুপৰি ৰজত দোকানীৰ কথা সি জানে। ৰজত দোকানীৰ ওচৰত বন্ধকী থোৱা কাঁহি-বাটি, সোণ, মাটি আজিলৈকে কেৱে মোকোলাব পৰা নাই।

এনেতে হুলস্থুলৰ শব্দ এটা আহি তাৰ কাণত পৰিল। হোষ্টেলৰ বাৰাণ্ডালৈ সি ওলাই গ'ল।

ইতিমধ্যে বাৰাণ্ডাত কেবাজনো ল'ৰা গোট খাই হুম বান্ধিছে। কোনোবা এজনে চিঞৰি চিঞৰি কাৰোবাক গালি পাৰিছে। ল'ৰাবোৰে কোনোবা এজনক ধৰি ভিতৰলৈ নিবলৈ যত্ন কৰিছে।

সি আগবাঢ়ি গ'ল।

সেয়া সমীৰ। কাৰোবাক গালি পাৰি পাৰি চিঞৰি কৈছে: মই চব কথা কম। সকলোৰে মোক ভুল ভাবে? তোমালোকে জানা ইয়াত মোৰ দহ বছৰ হ'ল। কলেজ আৰম্ভ হোৱাৰ পিচৰ বছৰতে মই ইয়ালৈ আহিছোঁ। মই চবৰে কথা জানো। সকলোকে চিনি পাওঁ। সিইতে মোক কি ফাঁকি দিব?

অলকৰ বুকুখন কঁপি উঠিল। মদৰ বাগীত সমীৰে তাক গালি পৰা নাইতো? ত্ৰৈলোক্য আৰু চন্দনক?

নাই। কাৰো নাম ধৰি সি গালি পৰা নাই।

অলকে এটা স্বস্তিৰ নিশ্বাস পেলালে।

কিন্তু হঠাতে সমীৰৰ কি হ'ল? কমৰ ভিতৰলৈ নিব খোজা ল'ৰাবোৰক এৰাই হুকুহুকৈ কান্দি উঠিল।

তাৰ বেয়া লাগিল। সমীৰে মদ খালেও এনেদৰে অসংযত নহয়। উপৰি মদ খাই সি ইমান সোনকালে কেতিয়াও হোষ্টেললৈ উভতি নাহে।

সন্দেহ লৈ অলকে গম পালে: বাৰাণ্ডাত থিয় হৈ সমীৰে হেনো অকলে অকলে হাঁহি আছিল। সমীৰক দেখি ৰাজীৱে ইলেক্‌চনৰ কথা উলিয়াই সাধাৰণ সম্পাদকৰ বাবে কাক ভোট দিব সুধিছিল। তাৰ পিচতেই এইখন কাণ্ড।

: ভোট? মোক কিয় সুধিছা? এইখন কলেজত একো নহয়। পাত্ৰ-অপাত্ৰৰ কথা নাই। তোমাৰ খুচিমতে যাক ভাল লাগে দিবা। চব শালা, বেইমান। ইউনিয়নৰ কোনো মূল্য নাই। মই চবৰে কথা জানোহে ৰাজীৱ। চবকে চিনি পাওঁ। আলতাফে তামোল নাখায়; চিগাৰেট নোহোপে। পোষ্টাৰ লিখে? কিহৰ পোষ্টাৰভাল লিখিব লাগে?

: হেৰৌ ভাইজান, মোকো হুখন পোষ্টাৰ লিখি দিবিনা ভাই। এয়া কেম্ব্ৰিক পেইণ্ট, কাগোৰ আৰু ব্ৰাছ।

মুকুট গোসাই আহি আলতাক অনুৰোধ কৰিছিল।

"তই ভোলাৰঞ্জনক লিখিবলৈ দে—বুইছ মুকুট। এয়া চা—ব্ৰজেন, সত্যেন আৰু চপলাৰ পোষ্টাৰ লিখিবলৈ আছেই। সিহঁতৰ এখন পোষ্টাৰো লিখা হোৱা নাই।"

: নাই, নাই। সেইবোৰ মই নাজানো ভাইজান। তাং বাং নাগাবি। তোৰ আখৰ কলেজৰ চবেই ভাল পায়। অন্ততঃ এখন হলেও তই মোক লিখি দিব লাগিব। ক, কেতিয়া আহিম? গধূলি?

আলতাফে কি কব ভাবি নাপালে।

মুকুট ওলাই গ'ল। তাৰ বিশ্বাস—কলেজৰ আটাইবোৰে ভালপোৱা আলতাফে লিখি দিয়া প্ৰত্যেকখন পোষ্টাৰৰ যথেষ্ট মূল্য আছে।

অৱশ্যে মুকুটৰ অভিধানত 'মূল্য' শব্দটো নাই। 'মূল্য আছে' বুলি নকয়। কয়: ভেলু আছে।

অকল মুকুটৰে নহয়। ব্ৰজেন, সত্যেন, দিলীপ আৰু চপলাৰো সেই একেই বিশ্বাস। যোৱা দুনিশা উজাগৰে থাকি আলতাফে পোষ্টাৰ লিখিছে। চাহৰ খৰচটো অৱশ্যে পোষ্টাৰ লিখিবলৈ দিয়া প্ৰাৰ্থীবোৰৰ।

মুকুট ওলাই যোৱাৰ লগে লগে আলতাফৰ হাঁহি উঠিল: এইখনতো আন কলেজ নহয় যে কেনভাচ্ নতুবা পোষ্টাৰৰ ধুনীয়া আখৰ দেখি ভোট দিবহি।

হোষ্টেলৰ ওৱালৰ অ'ত ত'ত কেৱল পোষ্টাৰ আৰু পোষ্টাৰ। কলেজ কেন্টিনখনৰ বেৰবোৰ ৰং-বিৰঙৰ পোষ্টাৰেৰে ধুনীয়া আৰু পৰিপাটিকৈ সজাই তুলিছে; যেন এখন চিত্ৰ প্ৰদৰ্শনী। বহেমেনে ৰঙা, নীলা আৰু হালধীয়া ৰঙেৰে ছবি আঁকি লিখা পোষ্টাৰবোৰৰ ফটো লৈ ফুৰিছে। কিছুমানে পোষ্টাৰত লিখি থোৱা মিঠা মিঠা কবিতাৰ পংক্তিবোৰ পঢ়িবলৈ জুম পাতিছে।

কলেজ, হাস্পাতাল, ৰোগী আৰু অপাৰেশ্যনৰ উপৰিও বিভিন্ন অনুষ্ঠান আৰু সমাজ কল্যাণমূলক কামত ব্যস্ত থকা অধ্যক্ষ শ্ৰীযুত মহন্তই ছাত্ৰ-ছাত্ৰীবোৰক উৎসাহ দিবলৈ নিৰ্বাচন, কলেজ উইক আদিত সদায় ভাগ লয়হি। ব্যস্ততাৰ মাজতো অধ্যক্ষ মহন্তই নিৰ্বাচনী প্ৰাচীৰ-পত্ৰবোৰ চাই শিল্পীসুলভ মন থকা ছাত্ৰবোৰক উৎসাহ যোগায়।

এইবেলিও অধ্যক্ষ মহন্তই পোষ্টাৰবোৰ একান্তমনে চাই গৈছে। কাষত ধ্ৰুবজ্যোতি আৰু পাৰ্থসাৰথি।

"সৌখন কোনে লিখিছেহে? বেছ ভাল লাগিছে—নহয় নে? ল'বাবোৰৰ দেখিছোঁ বেছ্ ৰুচিবোধ আছে।" পোষ্টাৰ এখনলৈ আঙুলিয়াই মহন্তই পাৰ্থলৈ চালে।

"হয় চাৰ। দ্বিতীয় বাৰ্ষিকৰ আলতাফ হুছেইনে লিখিছে চাৰ। সি ভাল ছবিও আঁকে।"

"মোক এবাৰ লগ ধৰিবলৈ কবাচোন।" বুলি অধ্যক্ষ মহন্তই আগবাঢ়ি গৈ পাটৰ গামোছা এখনত ধুনীয়া আখৰেৰে লিখা পোষ্টাৰখনলৈ একান্ত মনে চাই ৰ'ল।

বাজেনে ফটো লবলৈ এজন বিচাৰি ব্যস্ত হৈ পৰিল।

ইলেক্চনৰ আগদিনা।

প্ৰাৰ্থীবোৰে নিজৰ নামৰ ছপাকাৰ্ড বিলাই এটাৰ পিচত আন এটা প্ৰেণীত নম্ৰ হৈ বক্তৃতা দিছে। ভোটটো দিবলৈ অনুৰোধ কৰিছে: কাইলৈ আহিব দেই। নামটো মনত আছে নহয়?

সন্ধিয়াৰ পৰা বাতি দুপৰলৈ হোষ্টেলবোৰতো সেই একেই অনুৰোধ। নিজৰ প্ৰাৰ্থীত্বৰ বক্তৃতা; বৈষ্ণবী বিনয়েৰে কৰা আত্মপ্ৰশংসা।

অৱশেষত হোষ্টেলৰ ৰুমবোৰৰ লাইটবোৰ এটা এটাকৈ নুমাই গ'ল। কিন্তু কেইটামান লাইট তেতিয়াও নুমোৱা নাই।

প্ৰাৰ্থীবোৰ শোৱা নাই।

অতীন্দ্ৰ, আলতাফ, ভোলাৰঞ্জনহঁত পোষ্টাৰ লিখাত ব্যস্ত। পলিং বুথৰ ওচৰত লগাবলৈ চকুত লগাকৈ লিখিবলগীয়া পোষ্টাৰ কেইখন তেতিয়াও সিহঁতৰ লিখা হোৱা নাই। সিহঁতৰ হাতত ৰং; মুখত চিয়াহীৰ দাগ। চাইনিজ ইঙ্ক আৰু ফেব্ৰিক পেইণ্টৰ ৰঙা-নীলা ৰঙত গাৰ কানি-কাপোৰ চিত্ৰ-বিচিত্ৰ।

গাৰ্লচ হোষ্টেল আৰু কলেজৰ বেৰত পোষ্টাৰ লগাবলৈ মৃণাল, প্ৰশান্ত, ব্ৰজেন, জালান, দুলালহঁত হোষ্টেলৰ পৰা ওলাই গৈছে। সিহঁতৰ হাতত টৰ্চ, আঠা, ৰচি, গজাল, হাতুৰী আৰু এজাপ পোষ্টাৰ। মৃণালৰ কান্ধত এডাল জখলা। প্ৰশান্তৰ হাতত মাউথ অৰ্গেন।

বাহিৰত ঘোপমৰা এন্ধাৰ।

দূৰৰ গুৱাহাটী তেতিয়া সুপ্ত।

নবকাচলৰ বুকুৰ সৰু লুং-লুঙীয়া বাটটোৰে দুলালহঁত ছাত্ৰী-বাসটোক

বেৰত পোষ্টাৰ লগাবলৈ আগবাঢ়িছে। অশান্তৰ মাউথ অৰ্গেন তেতিয়া নিস্তব্ধ।

"অৰূপটোৱে মিছাকে' কনটেষ্ট কৰিছে। বৰ বেয়াকৈ হাৰিব। তই কি ভাব?"

"সি হাৰক ব'চোন। মালবিকাজনীলৈহে বৰ বেয়া লাগিছে ভাই। তাই বৰ ছেণ্টিমেন্‌টেল। জিকিব নোৱাৰিলে চুইচাইডো কৰিব পাৰে।"

"থ, থ—চুইচাইড কৰিব? ইলেক্‌চনত হাৰি আজিলৈকে কোনোৱে চুইচাইড কৰা নাই বে। চুইচাইড কৰিলে ভালেই হব। মেডিকেল কলেজৰ এটা ৰেকৰ্ড হব।"

মৃণালহঁতৰ কথা শুনি ব্ৰজেনে ফলাফল সম্পৰ্কে সন্দিহান হৈ কৈ উঠিল: সিহঁতৰ কথা যে কৈছ মোৰ কি হব কচোন। নাহাবোঁতো? হাৰিব লাগিলে বৰ লাজ পাম ভাই।

"আৰে—তইতো চাহ-মিঠাই খুৱাব পৰা হৈছই। চিউৰ ভিক্‌ট্ৰি। জেনেৰেল চেক্ৰেটাৰী হৈয়ে তই কিন্তু কলেজলৈ দুখন নতুন বাছ অনাৰ ব্যৱস্থা কৰিবি। এইকেইখন ব্ৰহ্মপুত্ৰত পেলাবলগীয়া হ'ল।"

"কেণ্টিনখন? হোষ্টেলত চাহৰ কেণ্টিন এখনৰ তই ব্যৱস্থা কৰিবই লাগিব। এইবাৰ হৰদেউৰ দোকান কেন্‌চেল।"

মৃণালহঁতে জানে ব্ৰজেনে অনিলক প্ৰতিদ্বন্দ্বিতা কৰি ভুল কৰিছে। নিৰ্ঘাত পৰাজয় বুলি সুনিশ্চিত হৈও সিহঁতে তাক আশ্বাস দিছে।

সিহঁতে কথা পাতি পাতি ছাত্ৰীবাস পালেহি।

অশান্তই হাতত কেইখনমান পোষ্টাৰ আৰু ফটা কাগজ এখিলাত অকণমান আঠা লৈ পূবকালৰ ওৱালখনৰ ফালে অকলে আগবাঢ়ি গ'ল। ওৱালখনৰ কাষত সৰু সৰু জাৰ্মেনি বনৰ হাবি।

মৃণালে ইতিমধ্যে পাৰ্মানেণ্ট পেইণ্টেৰে ওৱালত কিবাকিবি লিখিবলৈ আৰম্ভ কৰি দিলেই।

: অই মৃণাল, মৰিবি চালা।

: বাদ দে বে। কাৰ আখৰ কোনে চিনি পায়?

ব্ৰজেনৰ ধাৰণা: ছাত্ৰীবাসৰ আটাইবোৰ ভোট সি পাবই।

গতিকে ছোৱালীবোৰে ৰাতিপুৱা শুই উঠিয়েই দেখা পোৱাকৈ তাঙৰ পোষ্টাৰ এখন কৃষ্ণচূড়া ফুলোপাৰ মাজত জাঁৰি দিবলৈ সি ব্যস্ত হৈ পৰিল।

কিন্তু অকলে তাৰ অসুবিধা হ'ল। গছ জুৰোপাৰ মাজত বচি এজাল বাৰ্ছি পোষ্টাৰ এখন লগাই থাকোঁতেই হঠাতে অশান্তৰ চিঞৰ এটা শুনি জাপ মাৰি ওৱালৰ সিপাৰে লুকাই পৰিল। চকিদাৰে দেখিলে সৰ্বনাশ হ'ব।

বহুত সময় তেনেদৰে পাৰ হৈ গ'ল।

দুলালহঁতে লবালবিকৈ পোষ্টাৰ লগাই আঁতৰি আহিল। কিন্তু অশান্ত তেতিয়াও ঘূৰি অহা নাই।

: অশান্ত এতিয়াও ঘূৰি নাহিল দেখোন অ' দুলাল?

: চকিদাৰে দেখে বুলি ক'ৰবাত লুকাই আছে চাগে?

: কিন্তু ইমান সময় লুকাই থাকিব নে? আধাঘণ্টাতকৈও চোন বেছি সময় হৈ গ'ল।

পেটে পেটে সিহঁতৰ খং উঠিছিল যদিও অশান্ত যোৱাৰ পিনে দুলালহঁত আগবাঢ়ি গ'ল। কিন্তু অশান্তক নেদেখি লজিহান হৈ পৰিল।

: সৌটো চোন অশান্ত। ওৱালখনৰ ওচৰত পেট পেলাই লুকাই আছে। ব'লচোন—ব'ল।

মৃণালৰ কথা এবাৰ নোৱাৰি জালানহঁত যাওঁ নেযাওঁকৈ অশান্তৰ ওচৰলৈ আগবাঢ়ি গ'ল। মানে চকিদাৰ বামৰূপ হৈ সিহঁতে তাক ভয় খুৱাব।

কিন্তু অশান্তৰ ওচৰ পাই সিহঁতৰ সকলো প্ল্যান ওলট-পালট হৈ গ'ল। পেঁপুৱা খাই পৰিল।

মাটিত বাগৰি পৰি থকা অশান্তৰ তেতিয়া কোৱাৰিবে বৈ আহিছে এমুখ বগা ফেন। প্ৰায় অৰ্দ্ধচেতন হৈ পৰা অশান্তই হাতৰ আঙুলি এটাৰে ওৱালৰ ঠাই এটুকুৰালৈ দেখুৱাবলৈ যত্ন কৰিলে।

টৰ্চৰ পোহৰত অশান্তৰ সৌভৰিখনৰ গেৰোহাটোৰ ওপৰত কিহবাই কামোৰাৰ চিহ্ন এটা দেখি জালান দৌৰি গৈ গাৰ্লচ্ হোষ্টেল পালেগৈ। গ্ৰাউণ্ডৰত মেলি থোৱা কাবোৰাৰ শাৰী এখনৰ এডোখৰ ছিঙি আনি অশান্তৰ কলাফুলত টানকৈ বান্ধি দিলে। তাৰ পিচত সিহঁতে তাক ডাং-ডোলাকৈ হোষ্টেললৈ লৈ আহিল।

: ব্ৰজেন, হাস্পাতাললৈ ফোন এটা কৰগৈ। বেগতে এম্বুলেঞ্চ এখন পঠিয়াই দিবলৈ কবি।

ব্ৰজেনে দৌৰি গৈ চুপাৰক জগাই কথাটো জনালে।

ইতিমধ্যে পোষ্টাৰ লিখি থকা আলতাফ, ডোলাৰঞ্জনহঁত আহি হুলস্থূল

সগালে। সিহঁতৰ গণ্ডগোলত টোপনি ভাঙি যোৱা কেইজনমান বৰ্ডাৰো বিছনাৰ পৰা উঠি আহিল।

সিহঁতৰ দৃঢ়বিশ্বাস—অশান্তক সেয়া ফেটী সাপে কামুৰিছে।

কেইজনমানে সমৰ্থন কৰি কৈ উঠিল : নহলে ভৰিখন নীলা পৰিব কিয় ?

ভয়ত অশান্ত বিবৰ্ণ হৈ পৰিল।

অলপ পিচতে এম্বুলেঞ্চ আহিল। সিহঁতে অশান্তক লৈ হাস্পাতাল পালেগৈ।

কিন্তু এন্টিভেনচ্ পলিভেলেণ্ট ?

"ষ্টকত নাই ?" মৃনালইঁতে আশ্চৰ্য্যত অসুচ্চ স্বৰত চিঞৰি উঠিল।

"তেন্তে ? উপায় ?"

জালানইঁত নিৰাশ হৈ পৰিল। মুখৰ মাত হেৰাল। ইজনে সিজনৰ মুখলৈ চালে। চকুত অসহায় দৃষ্টি।

: চব ঠিক হৈ যাব। চিন্তা নকৰিবি। মাত্ৰ পাঁচ মিনিট ৰ।

কথা কবলৈ ভাষা বিচাৰি নাপাই মৌন হৈ পৰা পৰিবেশটোৰ নিস্তব্ধতা ভাঙি দীপেশে কৈ উঠিল। তাৰ পিচত এম্বুলেঞ্চখন লৈ আঁতৰি গ'ল।

শেষ নিশা।

অশান্ত উঠি বহিল। ল'ৰাবোৰে স্বস্তিৰ নিশ্বাস পেলালে।

"কোনো ভয় নাই বোপাইহঁত। আৰু একো নহয়।"

দীপেশে অনা বেজজনক সিহঁতে কি বুলি ধন্যবাদ দিব ভাবি নাপালে।

আটায়ে দীপেশৰ উপস্থিত বুদ্ধিক প্ৰশংসা কৰিলে।

মন্ত্ৰশক্তি আৰু এন্টিভেন্চ্ পলিভেলেণ্ট ?

চিকিৎসা বিজ্ঞানৰ ছাত্ৰ আলতাফে ভাবিলে : এন্টিভেন্চ্ পলিভেলেণ্টৰ জীয়া ষ্ট'ক মন্ত্ৰশক্তিবোৰ জীয়াই ৰাখিবলৈ আজি কেইজনে চেষ্টা কৰিছে ? এদিন হয়তো এইবোৰ হেৰাই যাব।

পূবৰ আকাশ তেতিয়া পোহৰ হৈ আহিছে।

## ॥ এঘাৰ ॥

প্ৰকাশহঁতৰ গাৱঁলৈ ট্ৰেনেৰে যোৱাৰ সুবিধা নাই। ট্ৰেন নচলে। বাছ চলে। গাওঁখনৰ মাজেৰে পাৰ হৈ যোৱা নেশ্যনেল হাইওৱেটোৱে লৰী, ট্ৰাক, টেক্সী আৰু প্ৰাইভেট কাৰবোৰ দিনে-নিশাই অহা-যোৱা কৰে।

ৰাতিপুৱাৰ প্ৰথম বাছখনতে প্ৰকাশহঁতে দৈগ দুপৰীয়াৰ অলপ আগে আগে গাওঁ পালেগৈ। প্ৰকাশহঁত মানে—প্ৰকাশ আৰু সি থৰলৈ যোৱা যোগীজন। ঠগীৰাম।

ঠগীৰামক ঘৰত থৈ প্ৰকাশ যেতিয়া নিজৰ ঘৰলৈ আগবাঢ়িল বেলি তেতিয়া মূৰৰ ওপৰত। ঠগীৰামৰ ঘৰৰ পৰা সিহঁতৰ ঘৰলৈ বেছি দূৰ নহয়। ডেৰ দুই ফাৰ্লঙৰ বাট। কিন্তু সি ঘৰ নাপালেগৈ। ঘৰমুখী হৈ আগবাঢ়ি যোৱা প্ৰকাশৰ নিচেই ওচৰতে ব্ৰেক টানি চাইকেল এখন ৰৈ গ'ল। চাইকেল আৰোহীজনে তাৰ ভৰিৰ পৰা মূৰলৈ লক্ষ্য কৰি সুধিলে: এইটো আমাৰ প্ৰকাশ ভাইটি নহয় নে?

প্ৰকাশে মানুহজনক চিনি পালে। ইমান সময়ে সি মনেই কৰা নাছিল। লৰালৰিকৈ কৈ উঠিল: এ, বকুল ককাইদেউ দেখোন! ক'ৰপৰা আহিলে?

"তুমি এইবাৰ কোন ইয়েৰ পালাগৈ? ফিফথ্ ইয়েৰ নহয় নে?"

"হয় ককাইদেউ।"

"বেছ, বেছ। আৰু এবছৰ পিচতে ডাক্তৰ হৈ ওলাই আহিবাই। পিচে আমাৰ নিচিনা হতভগীয়াবোৰৰ দৰে গাৱঁলৈ আহিবানে চহৰতে থাকিবা?"

"চাওঁচোন, আগেয়ে পাছ কৰি লওঁ। তাৰ পিচত চাকৰিয়ে য'লৈ টানি নিয়ে যাবই লাগিব। নহলে আমাৰ দৰে দুখীয়া মানুহবোৰৰ ক্লিনিক অথবা ফাৰ্মাচী খোলাৰ সামৰ্থ্য জানো আছে?"

চাইকেলখন ঠেলি নিয়া বকুলৰ লৈতে প্ৰকাশ আগবাঢ়ি গৈ তিনিআলিৰ চ'কটোতে ৰব খুজিছিল। কাৰণ সেই চ'কটোৰ পৰা দক্ষিণলৈ যোৱা বাটটোৱে প্ৰকাশহঁতৰ ঘৰলৈ যাব লাগে। কিন্তু সি সেই বাটটোৱে নগৈ বকুলৰ লগে লগে পূবলৈ যোৱা বাটটোৱে আগবাঢ়ি গ'ল। বকুলক অকণমান আগবঢ়াই দি উভতি আহিব।

বকুল বৰা ডাক্তৰ। যি বছৰত সিহঁত গুৱাহাটী মেডিকেল কলেজত ভৰ্তি হৈছিল সেই বছৰতে বকুলহঁতৰ ব্যাটচ্‌টোৱে পাছ কৰি কলেজ এৰি ওলাই আহিছিল।

সি ভাবিলে: সিহঁতৰ কলেজ হাস্পাতালখনত বকুল ককাইদেউহঁতৰ দৰে চিকিৎসাৰ মানুহ কিছুমানৰ অত্যন্ত প্ৰয়োজন হৈ পৰিছে।

কিন্তু এইবোৰ মানুহে কলেজ হাস্পাতালত চাকৰি নাপায়।

খুউব কম দিনৰ ভিতৰতে অসম্ভৱ চিকিৎসাৰ সিহঁতৰ বকুল ককাইদেউ ল'ৰাবোৰৰ মাজত জনপ্ৰিয় হৈ পৰিছিল। অকণো চিনিওৰিটি কমপ্লেক্স নথকা বকুল বৰাই তেতিয়াই সিহঁতক হাস্পাতালখনৰ উন্নতিৰ উপায় বিচাৰি সিহঁতৰ লগত আলোচনা কৰা বকুল বৰা আলোচনাৰ শেষত প্ৰায়ে উত্তেজিত হৈ পৰে। কথাবোৰ বৈপ্লৱিক হৈ পৰে।

কিন্তু পিচমুহূৰ্ত্ততে হতাশ হৈ যায়। নিৰুপায় হৈ পৰে। তাৰ পিচত আৰম্ভ কৰে হাঁহি-ধেমালি। তেনেকৈয়ে সিহঁতৰ মনবোৰ বিপ্লৱী আৰু সজীব কৰি তোলা বকুল বৰা এদিন কলেজ এৰি গুচি আহিছিল। সিহঁতৰ সিদিনা বেয়া লাগিছিল। মনবোৰ সেমেকিছিল।

প্ৰকাশহঁতৰ গাৰ্ডলৈ অহা বকুল বৰাৰ স্বাস্থ্য এই কেইবছৰতে বৰ বেয়াকৈ ভাঙি পৰিছে। কৰ্তব্য সচেতন আৰু নিষ্ঠাবান মানুহবোৰ এনেকুৱাই হয় নেকি? নিজৰ স্বাস্থ্যৰ প্ৰতি আওহেলা কৰিবলৈ শিকে?

এৰা, মেডিকেল কলেজলৈ অহা বিপ্লৱী মনবোৰ তেনেকৈয়ে এদিন মৰহি যায়। সেমেকি পৰে। মানৱ সেৱাৰ নামত বাইজক প্ৰৱঞ্চনা কৰা বুলি আক্ষেপ কৰিবলৈ শিকে। সেমেকি যোৱা বিপ্লৱী মনটোৰ দৰে এদিন স্বাস্থ্যও ভাঙি পৰে।

কলেজ, হাস্পাতাল আৰু হোষ্টেলৰ বেৰবোৰত লিখি থোৱা ডাঙৰ ডাঙৰ আখৰকেইটা তাৰ চকুৰ আগত ভাঁহি উঠিল:

**I do not for a royal realm aspire, for a realese or for**

paradise. To serve those bent with grief, I desire and calm their sorrows and help them arise.

অথচ বকুল বৰাৰ লৈতে একেলগে পাছ কৰি কলেজৰ পৰা ওলাই অহা দুৰ্গা শৰ্মা, নজৰুল ইছলামহঁতে ইতিমধ্যে গুৱাহাটীত বৰ বৰ ঘৰ সাজিছে। এখনৰ পিচত আন এখন ফিয়েট, এম্বেচেডাৰ বদলাইছে।

কথাবোৰ ভাবি প্ৰকাশৰ বৰ বেয়া লাগি গ'ল।

"ককাইদেউ, স্বাস্থ্যৰ প্ৰতি আপুনি অকণো চকু নিদিয়াটো বৰ অন্যায় হৈছে।"

অপ্ৰয়োজনীয় উপদেশ এটাৰ দৰে প্ৰকাশৰ কথাষাৰত অকণো গুৰুত্ব নিদি বকুল বৰাই মিচিকিয়াই হাঁহিলে।

"স্বাস্থ্য এদিন আছিল কাৰণেহে আজি ভাঙিছে। হেৰোৱা স্বাস্থ্য ঘূৰাই আনিব পাৰি। কিন্তু ভাঙি যোৱা মন আৰু ঘূৰাই আনিব নোৱাৰি। বুইছা ভাইটি? বাৰু, এতিয়া সেইবোৰ বাদ দিয়া। তোমাৰ আৰু কলেজৰ খবৰ বাতৰি কোৱা। হোষ্টেলবোৰত আগৰ দৰে আজিকালি জমে নে নজমে? অ' কলেজলৈ দুখন নতুন বাছ অহাৰ কথা আছিল নহয়। পিচে আহিল নে?"

"হোষ্টেলৰ খবৰনো আৰু কি কম ককাইদেউ? কলেজৰ খবৰচোন কাকতে-পত্ৰই পায়েই থাকে। বাছকেইখনৰ অৱশ্যে কিছু পৰিবৰ্তন হৈছে। আগতকৈও ঘনাই বেয়া হৈ থাকে। মাজবাটতে ঠেহ পাতি বৈ যোৱা স্বভাৱটো বাঢ়িছে।"

"কিয়, নতুন বাছ অহাৰ কথা আছিল নহয়?"

"আপোনালোকৰ দিনৰ বাছ কেইখনকে আমি নতুন বাছ বুলি ধৰি লৈছোঁ।"

"হেৰি নহয়, সেই যে ঘোৰ ড্ৰাইভাৰ। আজিকালি সি আছে নে নাই হে?"

"আছে ককাইদেউ। কিয় সুধিলে?"

: কথা এটা মনত পৰি হাঁহি উঠিছে। বুইছা—কলেজীয়া জীৱনটো সঁচাকৈয়ে বৰ ৰঙীন আছিল। এবাৰ কি হ'ল জানা? মই তেতিয়া তৃতীয় বাৰ্ষিকত। ৰাতিপুৱা পানবজাৰত ক্লাছ। মই আকৌ নয়ন ঘোষৰ গাড়ীতহে যাওঁ দেই। সন্দিকৈ কলেজৰ সন্মুখৰ চিৰি কেইটা দেখিছা নহয়? অক্

পিৰিয়ডত ছোৱালীবোৰে তাতে বহি আড্ডা মাৰে। ওচৰতে বৈ থকা চানাচুৰৱালা কেইটাৰ পৰা চানাচুৰ কিনে। কিছুমানে ফালৰি কাটি গৈ দীঘলী পুখুৰীৰ পাৰৰ গছ কেইজোপাৰ তলত বৈ থাকে। দুপৰীয়া পানবজাৰৰ পৰা হোষ্টেললৈ উভতি আহোঁতে আমি সিহঁতক লদায় জোকাওঁ।

সেইদিনাও ক্লাছ কৰি হোষ্টেললৈ উভতিছিলোঁ। কেইডালমান ফুলৰ মালা আৰু ফুল কিছুমান হাতত লৈ হাস্পাতালৰ দুৱাৰমুখত বৈ থকা সৰু ল'ৰা এজন আমাক দেখি আগবাঢ়ি আহিল। ফুল আৰু ফুলৰ মালাৰ আমাৰ কাৰো প্ৰয়োজন নাছিল। কিন্তু বেচেৰাৰ অভাৱক্লিষ্ট মুখখন দেখি কিনিবলৈ আমি বাধ্য হৈছিলোঁ।

সিদিনা আমাৰ প্ৰায়বোৰৰে হাতত ফুল আৰু ফুলৰ মালা। মোৰ হাততো আছিল জবাফুলৰ মালা এধাৰ। বাছখন ছোৱালী কলেজৰ সন্মুখেৰে পাৰ হৈ যাওঁতে ছোৱালীবোৰৰ গালৈ আমি মালা আৰু ফুলবোৰ দিলোঁ ছটিয়ায়। সিহঁতেও বুটলি ললে। মই দলিয়াই দিয়া মালাধাৰ গৈ এজনী ছোৱালীৰ ডিঙিত সোমালগৈ।

তাৰ পিচত কি হ'ল জানা? ঘোষৰ বাছখনতো অচল হৈ পৰিল।

নচলে। ঘোষে এক্সচিলেটৰ দবাইছেহে দবাইছেহে। নাই—ইঞ্জিনৰ সাৰি-শব্দই নাই। ছোৱালীবোৰে গালি পাৰে বুলি ইফালে আমাৰ ভয়ত তত্ নাই। হেজাৰ হওক—সিহঁতৰ কেম্পাচ দিয়াচোন। আমি কওঁ: ঘোষ, চলোৱা।

সি কয়: বাবু নচলে।

যা বাপ্পেকে। এতিয়াহে মৰিলোঁ। চৈধ্য পুৰুষ সোপাকে উদ্ধাৰিব এতিয়া। আৰু হয় যে হয়—ছোৱালীবোৰে আমাৰ ফালে চাই আছে।

'যি হব-হব। গালি খালেও খাম।' বুলি আমি গাড়ীৰ পৰা আটাইবোৰ নামি পৰিলোঁইক। উদ্দেশ্য—ঘোষৰ বাছ ঠেলিম। কিন্তু ছোৱালীজাকৰ সন্মুখত গাড়ী ঠেলিবলৈ আমাৰ সন্মানত লাগিল।

ভাগ্য ভাল, সিহঁতে আমাক আক্ৰমণ কৰিব খোজা নাই। মোৰ হাতৰ মালাডাল গৈ ডিঙিত সোমোৱা ছোৱালীজনীক জোকাই সিহঁতে ধেমালি কৰিছে। লাজত বেচেৰীৰ মৰি যাওঁ মৰি যাওঁ অৱস্থা। তাইলৈ মোৰ বৰ বেয়া লাগিল। এবাৰ তাইৰ চকুৱে চকুৱে পৰাত অপৰাধীৰ দৰে মই তলমূৰ কৰিলোঁ। কিন্তু সাৰি বাৰ নোৱাৰিলোঁ। কেইজনীমান ছোৱালী

আগবাঢ়ি আহি যোক জোকাৰলৈ আৰম্ভ কৰি দিলে : হেৰি ককাইদেউ, জবাক জবা ফুলৰ মালা পিন্ধালেই যেতিয়া—একেবাৰে লৈ যাওকহি।

আন এজনীয়ে কাট মাৰিলে : কাৰ্নিচাৰ চেঁটটোহে দিব নোৱাৰিম দেই ককাইদেউ।

বেটীহঁতৰ চকুও কম নহয়। ঠিক ধৰিছে—সেইখাৰ মালা যে ময়েই দলিয়াই দিছিলোঁ।

বুজিলোঁ : ছোৱালীজনীৰ নাম জবা।

তাই মোলৈ চাই আছিল। ভাব : তুমিহে ইহঁতবোৰৰ মাজত মোক এইখন নগৰ-নাগতি কৰিলা।

তাৰ পিচত কি হ'ল বুজিছাই নহয়?

বকুল ককাইদেউ কোৱাৰ পৰা থমকি ৰ'ল।

সি সুধিব খুজিছিল : পিচে জবাক বিয়া কৰালে নে নাই?

কিন্তু সোধাৰ সাহস নহ'ল।

"তাৰ পিচত কি হ'ল জানা? আমাৰ প্ৰেমৰ কাহিনী ছুয়োখন হোষ্টেলতে বাষ্ট্ৰ হৈ পৰিল। ছুয়োখন মানে এখন আমাৰ; বাকীখন সিহঁতৰ কলেজ হোষ্টেল। তেতিয়াৰ পৰা হাস্পাতাললৈ অহা-যোৱা কৰোঁতে বাছৰ খিটো চাইড ছোৱালী কলেজৰ ফালে পৰে সেই চাইডটোত বহিবলৈ ল'ৰাবোৰৰ মাজত হেতা-ওপৰা লাগে। সিহঁতৰ হাতত বিভিন্ন তৰহৰ ফুলৰ মালা। এনেদৰে মালা দলিওৱাৰ পৰ্ব আৰম্ভ হ'ল। কিন্তু সদায় নহয় দেই। মাহেকত কেতিয়াবা কাচিৎ এদিন বা ছদিনহে।

কিন্তু সিহঁতে দলিয়াই দিয়া মালা কোনোজনী ছোৱালীৰ মূৰত নপৰিল; ভিডিতো নোসোমাল। এদিন কোনোবা এজনে দলিয়াই দিয়া মালা এখাৰ শাৰী পাতি বৈ থকা চানাচুৰবালা কেইটাৰ এজনৰ ভিডিতহে সোমালগৈ।"

কথাবোৰ শুনি প্ৰকাশৰ হাঁহি উঠিছিল।

ডাক্তৰ বকুল বৰাৰ কাহিনী শেষ হোৱাৰ পিচতহে তাৰ খেয়াল হল : ঘৰৰ পৰা সি বহদূৰ আঁতৰি আহিছে। সি আৰু আগবাঢ়িব খুজিলে। কিন্তু বিদায় লব খোজা প্ৰকাশৰ বাহুত থাপ্ মাৰি ধৰি বকুল বৰাই কৈ উঠিল : নেভাৰ। ইমান দিনৰ মূৰত লগ পাইছোঁ। আগেয়ে মোৰ তালৈ যাব লাগিব। তাৰ পিচত ঘৰলৈ যাবা।

প্ৰকাশৰ ভোক আৰু ভাগৰ লাগিছিল। বেলিও ভালেমান হৈছে।

গতিকে সি বকুলৰ লগত যাবলৈ আপত্তি কৰিছিল। কিন্তু তাৰ আপত্তি নৰজিল।

কোৱাৰ্টাৰ পায়েই তাৰ বকুল ককাইদেৱে হুলস্থুল লগাই দিলে। "আগেয়ে একাপ একাপ চাহ খাই লওঁ। কি কোৱা ভাইটি? তোৰ পিচত গা ধোৱা নে ভৰি-হাত ধোৱা ধুই লবা। আজি কিমান দিনৰ মূৰত দুইজনে একেলগে খাম ভাবি চোৱাচোন।"

মনৰ ৰঙত বকুলে চিঞৰি মতা তাৰ নবৌয়েকজনী ড্ৰয়িং ৰুমলৈ ওলাই আহিল। মৰম লগা এজনী ধুনীয়া বোৱাৰী।

"এওঁ আমাৰ ডাক্তৰ ভাইটি প্ৰকাশ। বুইছা জবা—তাহানিৰ সেই মালা দলিওৱা কাহিনীটো আজি এওঁক কওঁ। শুনি বৰ ফুৰ্তি পাইছে।"

গিৰিয়েকৰ কথাত মানুহজনীয়ে বৰ লাজ পাইছিল।

আবেলি।

তাৰ বকুল ককাইদেউ আৰু নবৌজনীৰ পৰা বিদায় লৈ ঘৰলৈ উভতিছিল। বাটৰ দুয়ো কাষৰ পকা ধানবোৰৰ সোণালী ৰঙটো তাৰ বৰ ভাল লাগিল। এনে সময়ত ঘৰলৈ আহিলে সেই কাৰণেই তাৰ উভতি যাবলৈ মন নাযায়।

কিন্তু উপায় নাই।

কাইলৈ চৌধুৰী চাৰৰ ক্লাছ আছে।

॥ বাৰ ॥

'এ কেচ অৱ চিজ'ফ্ৰেনিয়া।'

'ছিঃ! কিবোৰ যে ভাবিছোঁ। কেতিয়াও হ'ব নোৱাৰে। নহয়।'

অস্বচ্ছ সুৰত অলকে নিজকে কলে। মনৰ দুশ্চিন্তাবোৰ জোকাৰি পেলাবলৈ যত্ন কৰিলে।

কিন্তু যদি হয়?

সেই প্ৰশ্নটোৰ উত্তৰ দিব নোৱাৰি সি ছটফটাই উঠিল। অলকে যেন চিঞৰি চিঞৰি সকলোকে জনাই দিব: যদি হয় তেন্তে তাৰ বাবে দায়ী মই। ত্ৰৈলোক্য আৰু চন্দন নহয়।

কিন্তু সি কাক কব? কিয় কব? ত্ৰৈলোক্য, চন্দন নতুবা তাক সমীৰেতো একো কোৱা নাই। গালি পৰা নাই। সিদিনা সমীৰৰ কোঠাত ঘটা ঘটনাটোৰ কথা সিহঁত চাৰিজনৰ বাহিৰে হোষ্টেলৰ আন কেৱে নাজানিলে। সমীৰে কাকো কোৱা নাই। জনোৱা নাই।

অলক কিন্তু সুস্থিৰ হব নোৱাৰিলে। অপৰাধী ভাৱ এটাই তাক অশান্ত কৰি তুলিলে।

হোষ্টেলৰ প্ৰত্যেকজন ল'ৰাই মনত বেজাৰ পালে। দুখ কৰিলে, সহানুভূতি দেখুৱালে। কিন্তু হঠাতে কিয় এনেকুৱা হ'ল কেৱে নাজানিলে।

আজি কেইদিনমানৰ পৰা সমীৰ অশান্ত হৈ পৰিছে। সমীৰে হোষ্টেলৰ কৰিড'ৰত নাচে। হাঁহে। চিঞৰি চিঞৰি গান গায়। কেতিয়াবা কাৰোবাক গালি পাৰে। ধমক্ দিয়ে। তাৰ পিচত কান্দি কান্দি ক্ষমা খোজে। খৰম কৰে।

"তোমালোকে মহুমণিক কথা: তোমালোকৰ সমীৰৰাই মদ খায়। মাৰপিট কৰে। চিঞৰি বাথৰি গান গায়। পঢ়াশুনা একদম নকৰে।"

প্ৰায়ে মজুমণিৰ কথা কৈ চিঞৰ-বাখৰ কৰা অসংযত সমীৰৰ প্ৰতি প্ৰথম কেইদিন কোনেও সিমান গুৰুত্ব দিয়া নাছিল। ভাবিছিল: মদৰ নিচাত সি বলিয়ালি বলকিছে। কিন্তু পিচলৈ সকলোৱে বুজিছিল সেয়া মদৰ নিচা নহয়। ক'ৰবাত যেন কিবা বিজুতি ঘটিছে।

"এই চালা, তোমালোকে কলেজথন অলাই দিব নোৱাৰা? ইয়ালৈ কি কৰিবলৈ আহিছা? মৰি যাওক চব বেমাৰী। পৃথিৱীৰ চববোৰ মানুহ। চববোৰ চয়তান, ধুৰন্ধৰ। বদমাছ; তেজপিয়াৰ দল। পৃথিৱীত ন্যায় নাই। সত্যৰ মূল্য নাই।

ডাক্তৰ হৈ কি কৰিবা? মানৱ সেৱা? থুই।"

হাঁহি হাঁহি মাটিত বাগৰি পৰা সমীৰে হোষ্টেলৰ বেৰত গুৰিয়ায়।

তাৰ পিচত আকৌ চিঞৰ-বাখৰ আৰম্ভ কৰে।

অসীমহঁতে কোঠাৰ ভিতৰৰ পৰাই সমীৰৰ বলিয়ালিবোৰ শুনি থাকে। কোনো ল'ৰাই পঢ়িব নোৱাৰে। ওলাই যাবলৈও সিহঁতৰ সাহস নহয়। ওলাই গলেই সিহঁতক নতুন নতুন প্ৰশ্ন কৰিব। আগ-গুৰি নোহোৱা কথাবোৰ সুধিব।

কিন্তু কমৰ ভিতৰত সোমাই থাকিও অসীমহঁতে অব্যাহতি নাপায়। সমীৰে আহি সিহঁতৰ কোঠাৰ দুৱাৰখনত ঢকিয়াই-ঢকিয়াই চিঞৰে: এই অসীম, দুৱাৰ খোলা। দুৱাৰ খোলা বুলিছোঁ—খোলা। পঢ়িছা? পঢ়ি-শুনি কি কৰিবা? একো লাভ নাই। গুণ্ডা হব নোৱাৰিলে আজিৰ দিনত ভাল মানুহৰ ক'তো স্থান নাই। মদ খাবা—স্ফূৰ্তি কৰিবা। এনজয় দি লাইফ। কিন্তু খবৰদাৰ। ছোৱালীবোৰৰ প্ৰেমক বিশ্বাস নকৰিবা।

চিঞৰ-বাখৰ শুনি চুপাৰ ওলাই আহে। সমীৰক শান্ত কৰিবলৈ যত্ন কৰে। ধমক দিয়ে।

"সমীৰ, এনেদৰে হুলস্থুল কৰি থাকিলে হোষ্টেলৰ পৰা তুমি ওলাই যাব লাগিব। প্ৰিন্সিপালক ৰিপ'ৰ্ট কৰিবলৈ মই বাধ্য হম।"

চুপাৰৰ কথা শুনি হাঁহি হাঁহি সমীৰ কেইখোজমান পিচুৱাই যায়। মৌন হৈ পৰে। আকৌ আগুৱাই আহে। কয়:

"আপুনি ভাবিছে, মই মদ খাই আহিছোঁ। মদৰ বাগীত হুলস্থুল কৰিছোঁ। ন' চাৰ। ইউ আৰ কোৱাইট ৰং। মই মদ খোৱা নাই। কি হ'ল? ইংৰাজী বুজি পোৱা নাই?"

আনে চাৰ, আই বেচ্‌পেক্ট ইউ অল। এণ্ড লাভ মাই জুনিওৰ আদাৰ্ছ।
কিন্তু এই চালা মঞ্জুমণি……

"খাট্‌ আপ। বি হেড্ড ইউৰ চেলফ্‌। ইয়াত হিৰো হবলৈ নাহিবা।"

চুপাৰে গৰ্জি উঠে।

"খৰি চাৰ।"

আঠু কাঢ়ি চুপাৰৰ ভৰি দুখনত খামুচি ক্ষমা বিচাৰে। উচুপে। "প্লিজ ফৰ গেট—এণ্ড ফৰ গিভ মি চাৰ।"

তাৰ পিচত লাহে লাহে থিয় হৈ অপৰাধীৰ দৰে চুচুক-চামাককৈ নিজৰ ৰুমলৈ আঁতৰি যায়। শান্ত হৈ পৰে। দুৱাৰখন ভিতৰৰ পৰা বন্ধ কৰি দিয়ে। কেতিয়াবা কেতিয়াবা মাজৰাতি লাৰ পাই হাঁহে। চিঞৰে। তাৰ সেই বিকট চিঞৰত বৰ্ডাৰবোৰে লাৰ পাই উঠে। টোপনি ভাঙি যায়।

পিচদিনাও সেই একেই অৱস্থা। একেই উত্তগালি।

অলকহঁতৰ কোঠাৰ দুৱাৰমুখলৈ আহি অসীমক কোৱাৰ দৰে চিঞৰি চিঞৰি কথা কয়, দুৱাৰত খুন্দিয়ায়।

অসীম আৰু অলকহঁতৰ বাহিৰে কিন্তু আন ল'ৰাক আমনি নকৰে। আনৰ কোঠাত মুখুন্দিয়ায়।

ল'ৰাবোৰে আজিকালি সমীৰৰ সৈতে একেলগে বহি ভাত খাবলৈ ভয় কৰে। কেতিয়া কাৰ গালৈ ভাতৰ কাঁহী দলিয়ায় একো ঠিক নাই। কিন্তু কেতিয়াবা কেতিয়াবা সমীৰে ডাইনিং হললৈ টানি লৈ যায়। কয়: কি হ'ল অলক? মোক ভয় কৰিছা নেকি? আই এম ইউৰ চিনিওৰ ব্ৰাদাৰ। —এই বৰ্মন, ভাত। বুইছা অলক, ইয়ালৈ আহি কাৰো একো লাভ নহ'ল। লাভ হ'ল মাথোঁ ন এই বৰ্মনটোৰ। ইমানবোৰ লৰাক বান্ধি খুউওৱাতো কম পুণ্যৰ কথা বুলি ভাবিছা নেকি? —বৰ্মন, তুমি মোক বেয়া পাইছা; নহয়? বেয়া নাপাবা ভাই। তাৰ পিচত আৰু তোমাক মৰা নাই নহয়। ঠিক আছে—অহা মাহৰ পৰা তোমাৰ দৰমহা পঞ্চাশ টকা বঢ়াই দিয়াম। কি? মই কলে প্ৰিন্সিপাল মহন্ত চাৰে দৰমহা বঢ়াই নিদিব বুলি ভাবিছা নেকি? জৰুৰ দিব। চালাইঁতে চাৰৰ বদনাম কৰিলে কি হব? মহন্ত চাৰ বৰ ভাল মানুহ। বুইছা বৰ্মন, বেয়া মানুহবোৰে ভাল মানুহৰ সদায় বদনাম গাবই। সিইঁতে ভালটো নেদেখে।"

খাবলৈ বহি মাংসৰ ডককাবাটিখিনি অলকৰ ভাতৰ কাঁহীত ঢালি দিয়ে।

"তুমি সদায় মন মাৰি থাকা কিয় অলক? মই বুজিছোঁ। বাট ভ'ষ্ট বি ওৱেৰিড হ' ছাট। মই তোমাক চব কথা কম।"

তাৰ পিচত ডাইনিং হলৰ খালি বেঞ্চ-মেজবোৰলৈ চাই উচ্চস্বৰত কৈ উঠে: এই চালাইঁত, তইঁত অলকৰ লবে হব নোৱাৰ? অন্যায়ৰ বিৰুদ্ধে খিয় হোৱাৰ সাহস নাই? আৰে, চালাইঁতচোন কোনো নাই বে। ভয়ত পলাল।"

দিন পাৰ হয়।

অলক আৰু ৰবীনে আলোচনা কৰে: মঞ্জুমণি কোন? সমীৰৰ অতীত জীৱনত কিবা কাহিনী আছে নেকি? সেই কাহিনীৰ লগত জড়িত আছে মঞ্জুমণি?

সিহঁতে কেতিয়াবা কেতিয়াবা অসীম আৰু প্ৰকাশকো মাতি আনে। নহলে অসীমহঁতৰ ৰুমতে বহি আলোচনা কৰে।

"মই হলে কথাটো ভাল দেখা নাই অ' অসীম। পলম কৰিলে কেচটো আৰু বেছি কমপ্লিকেটেড হৈ পৰিব পাৰে। দীপালী বাইদেউক এবাৰ দেখুৱালে ভাল হব নেকি?" —অলকে কথাকেইষাৰ কৈ সমৰ্থনৰ আশাত অসীম-ৰবীনহঁতৰ মুখলৈ চায়।

"এৰা, কাইলৈ ওলাবি। দীপালী বাইদেউক কথাটো এবাৰ কৈ চাম। কিন্তু সমীৰদাক লৈ যোৱাটো টান হব নেকি। মোৰ কি ধাৰণা জান অলক? ইট ইজ এ কেচ অব্ চিজফ্ৰেনিয়া।"

অসীমৰ সন্দেহ দূৰ কৰিবলৈ ৰবীনে কৈ উঠে: বুজাই কলে সমীৰদা কিয় নাযাব? যাব। কিন্তু কিহৰ কাৰণে যে এনে হ'ল—বুজিবই নোৱাৰিলোঁ।

"দীপালী বাইদেউক জনোৱাৰ আগতে চুপাৰ চাৰক এবাৰ কব লাগিব। —বুইছ? কাইলৈ সমীৰদাক আমি লগত লৈ নাযাওঁ। আগেয়ে বাইদেউৰ লগত আলোচনা কৰি পিচত নিম।" প্ৰকাশে পৰামৰ্শ আগবঢ়ায়।

"কৰা, কৰা। নকৰা কিয়? চুপাৰ চাৰ বৰ ভাল মানুহ।"

পিচফালৰ পৰা কোৱা কথাষাৰত সিহঁত উচ্‌প খাই উঠিল। সিহঁত চাৰিওজনে পিচলৈ উভতি চালে: সমীৰ। দুৱাৰখন যে বন্ধ কৰা নাছিল তেতিয়াহে সিহঁতৰ মনত পৰিল।

"আহক সমীৰদা, বহকছি।" অলকে খিয় হৈ সমীৰক সিহঁতৰ ওচৰলৈ মাতিলে।

সমীৰ আঁতৰাই আহি লিঁইতৰ ওচৰতে বহি পৰিল।

কাৰো মুখত কথা নাই। লিঁইতে সমীৰৰ উপস্থিতিত অস্বস্তি অনুভৱ কৰিলে। সমীৰ আহি তেনেদৰে ভাত উপস্থিত হব বুলি লিঁইতে ভবাই নাছিল।

"অসীম, মোৰ বিষয়ে কিবা লিখিলানে?" বহু সময়ৰ মৌনতা ভাঙি সমীৰে প্ৰশ্ন কৰিলে।

"লিখিম সমীৰদা। কিন্তু কাইলৈ আপুনি আমাৰ লগত এঠাইলৈ যাব লাগিব। কওক—যাব?" সুযোগ পাই অসীমে সমীৰক ভুখি চালে।

"ক'লৈ যাবা?"

"দীপালী বাইদেৱে আপোনাক এবাৰ মাতিছে। আপোনাৰ লগত আমিও যাম।"

'দীপালী' নামটো শুনি সমীৰে হো-হোকৈ হাঁহি উঠিল।

"দীপালী বাইদেউ মানে দীপালী দত্তৰ কথা কৈছা?"

"হয় সমীৰদা!"

"অ'—তাৰ মানে তোমালোকে ইতিমধ্যে মোক পাগল বুলি ভাবিছাই। মই পাগল হৈ গলো—নহয় ৰবীন? কিন্তু বুইছা অসীম, পাগলে জানো পাগলৰ চিকিৎসা কৰিব পাৰে? তোমালোকৰ দীপালী বাইদেউক কবা: তেখেতে চিকিৎসা কৰা উন্মাদবোৰ উন্মাদ নহয়। তেখেত নিজেই এজনী প্ৰকাণ্ড উন্মাদিনী।"

"তেনেদৰে কব নাপায় সমীৰদা। বাইদেৱে শুনিলে মনত বেজাৰ পাব।"

"থোৱা থোৱা; কি নাপায়হে? পায় নে নাপায় মই জানো নহয়? সমীৰে কেতিয়াও মিছা কথা নকয়; বুইছা অলক। তোমালোকে দীপালী বাইদেউক লগ পাইছা মাথোন সিদিনা। আৰু মই? মই লগ পোৱা আজি দহ বছৰ হ'ল। তেখেত অত্যন্ত বুদ্ধিমতী; বৰ ভাল মানুহ। ভাল মনস্তাত্বিক। বেচেৰীৰ চকু হালৰ চাবাচোন—কিমান মৰমীয়াল। বুইছা অসীম, এই কলেজখন জলাই দিবলৈ তোমালোকক এনেয়ে মই কোৱা নাই। যুক্তি আছে। জলাই দিয়াৰ যথেষ্ট কাৰণ আছে।"

একে লেথাৰিয়ে কথাবোৰ বলকি সমীৰ অলপ সময় ৰ'ল। তাৰ পিচত চিগাৰেট এটা জলাই লৈ আকৌ বলিয়ালি বলকিবলৈ আৰম্ভ কৰিলে।

"মেডিচিন ওৱাৰ্ডবোৰৰ একেবাৰে শেষ চুকটোৰ সৰু কোঠাটোৰে আমাৰ

কলেজৰ 'চাইকেট্ৰী ওৱাৰ্ড'—নহয় জানো? বেড মাত্ৰ চাৰিখন। অসমত পাগলো মাত্ৰ চাৰিজন। সিংহ, হিতেশ্বৰ শইকীয়া, ধৰ্মানন্দ দাস আৰু এজনী দীপালী বাইদেউ। বাকী তিনিজনক দীপালী বাইদেৱে চিকিৎসা কৰে। কিন্তু ভাল কৰিব পৰা নাই। কি কৰিব বেচেৰীয়ে? উপায়তো আৰু নাই। তোমালোকে নাজানা। কিন্তু মই জানো। দীপালী বাইদেউৰ জ্ঞানৰ প্ৰতিভাক আমাৰ হাস্পাতালখনৰ মজিয়াৰ শেলুৱৈএ ঢাকি ধৰিছে। শেলুৱৈ বাঢ়িছে। এলান্ধু লাগিছে। অসমৰ ইমানবোৰ পাগলক চিকিৎসা কৰিবলৈ কলেজখনত চিট মাত্ৰ চাৰিটা।

ডেম, ব্লাডি। লাজ নালাগে। লাজ লগা উচিত? ইয়াত কি চিকিৎসা হয়? শ্ব'ক থেৰাপি? ক'ল্ড? একো নহয়। ট্ৰেন্‌কুইলাইজাৰ ইন্‌জেকশ্যন দি শুৱাই থয়। এই ওৱাৰ্ডটো মাথোন শাণ্টিং ষ্টেচন। ইয়াত নাম ভৰ্তি কৰি তেজপুৰলৈ পঠিয়াই দিয়ে। তেজপুৰ বলিয়া ফাটেকত কয়েদীবোৰক মাথোন বেতায়। একো চিকিৎসা নহয়।"

সুস্থ মানুহ এজনৰ দৰে কথাবোৰ কৈ সমীৰ থমকি ৰয়। হুপিবলৈ পাহৰি যোৱা চিগাৰেটটো তেতিয়া পুৰি পুৰি শেষ হৈ গৈছে। বহাৰ পৰা উঠি গৈ সমীৰে চিগাৰেটৰ শেষ টুকুৰাটো খিৰিকীৰে বাহিৰলৈ দলিয়াই দিয়ে।

"এটা চিগাৰেট পুৰি শেষ হৈ গ'ল।"

কথাষাৰ যেন সমীৰে নিজকহে কলে।

তাৰ পিচত কাকো একো নোকোৱাকৈ কোঠাটোৰ পৰা সি ওলাই গ'ল।

অসীমে মনতে আওঁৰালে: এটা চিগাৰেট পুৰি শেষ হৈ গ'ল।

কিন্তু কেৱে নুশুনিলে।

॥ তেৰ ॥

অলকে অৱশেষত সেইটোকে সিদ্ধান্ত ললে।

পিচদিনা বাত্তিপুৰা সি যাবগৈ।

অসীম, অলক, প্ৰকাশ আৰু নবীন ?

দীপালী দত্তক সিহঁতে সমীৰৰ কথাবোৰ কৈ উত্তৰৰ অপেক্ষাত থিয় হৈ ৰ'ল।

"পাষ্ট এণ্ড ফেমিলি হিষ্টৰী লব লাগিব। তোমালোকে কিবা জানা নেকি ?" মনস্তত্ত্ববিদ মিছেছ দত্তৰ প্ৰশ্নটো শুনি ইজনে সিজনৰ চকুলৈ চালে। অৰ্থাৎ নাজানে।

"ঘৰলৈ তেনেহলে খবৰ দিম নেকি বাইদেউ ?"

"এতিয়া নালাগে; বুইছা। আগেয়ে মই আহি লওঁ। তেতিয়াই সমীৰকো এদিন লৈ আহিবা। প্ৰয়োজন হলেতো ঘৰলৈ খবৰ দিব লাগিবই। তোমালোক এতিয়া যোৱা। বুজিছাই নহয়, মই কিমান ব্যস্ত হৈ আছোঁ।"

মিছেছ দত্তৰ কথাত সিহঁত আঁতৰি আহিল।

সিহঁতৰ দীপালী বাইদেউ সিদিনা দুপৰীয়াৰ প্লেনত কলিকতালৈ যোৱাৰ কথা। তাৰ পৰা ৰাজস্থানলৈ যাবগৈ। 'ইণ্ডিয়ান মেডিকেল এচ'চিয়েচনৰ কনফাৰেঞ্চ' যে সেইবাৰ জয়পুৰত বহিব সেই কথা সিহঁতেও জানে। কিন্তু সেই কনফাৰেঞ্চত যোগ দিবলৈ দীপালী দত্ত যাব বুলি সিহঁতে জনা নাছিল। এচ'চিয়েচনৰ তৰফৰ পৰা বিশেষভাবে নিমন্ত্ৰণ জনোৱা দীপালী দত্ত জয়পুৰলৈ যোৱাৰ প্ৰস্তুতিত সেয়েহে অত্যন্ত ব্যস্ত।

পূজাৰ বন্ধৰ পিচত প্ৰবালৰ পৰা অলকে কেবাখনো চিঠি পাইছিল। প্ৰত্যেকখন চিঠিতে প্ৰবালে তাক তিব্ৰুগড়ৰ পৰা পাঁচ এটা মাৰি আহিবলৈ

অনুৰোধ ক'ৰিছে। যোৱাৰ ইচ্ছা থাকিলেও অলকে ডিব্ৰুগড়লৈ যাম বুলি ভবা নাছিল। এদিন ক্লাছ খতি মানে বহুত লোকচান। ডিব্ৰুগড়লৈ যাবলৈ হলে অতি কমেও চাৰি-পাঁচ দিন ক্লাছ কৰা নহব।

শেষৰ চিঠিখনত প্ৰবালে লিখিছিল :...তাৰিখৰ পৰা আমাৰ কলেজৰ ৰূপালী জয়ন্তী। তুমি জয়ন্তীৰ আগদিনাখন এইখিনি পোৱাকৈ যেনেতেনে আহিবাই। বহুত কথা আছে। ভাষা আন্দোলনৰ সময়ত ইয়াত কি হৈছিল তেতিয়াই তোমাক সকলো কম। তুমি সেই বিষয়ে বহলাই লিখিবলৈ কৈছা কিন্তু চিঠিত সিমানবোৰ কথা লিখা নাযায়। লিখিব নোৱাৰি। আচলতে তোমালোকে যিমানবোৰ কথা শুনিছা—নতুবা কাগজত পঢ়িছা ; সেই আটাইবোৰেই সঁচা নহয়। কলিকতীয়া কাগজৰ অতিৰঞ্জিত মিছা অপপ্ৰচাৰ। অৱশ্যে সেই সময়ত মযো ইয়াত নাছিলোঁ। ইয়ালৈ আহিহে শুনিছোঁ।

এইবাৰ কিন্তু তুমি আহিবাই। নাহিলে খুউব বেয়া পাম।

সেই চিঠিখন পায়ো ডিব্ৰুগড়লৈ যোৱাৰ কথা অলকে ভবা নাছিল। ক্লাছ খতি হোৱাৰ উপৰিও কিছু খৰচো আছে। এই সময়ত তাৰ টকাৰ বৰ প্ৰয়োজন। বায়েক পাকলৰ বিয়াৰ দিন ঠিক হৈছে। স্কলাৰশ্বিপৰ টকাৰ পৰা সি কিছু টকা ৰাখি কৰিছিল। নিতান্ত প্ৰয়োজনীয় খৰচখিনিৰ বাহিৰে অনাহকত সি এপইচাও খৰচ কৰা নাই। মাকৰ চিঠিত বায়েকৰ বিয়াৰ খবৰ পোৱাৰ পিচৰে পৰা সঞ্চয়ৰ পৰিমাণ বঢ়াই দিছে। ইতিমধ্যে পোষ্ট-অফিচত কেইশমান টকা জমাও হৈছে। সেই টকাৰে বায়েকৰ কাৰণে সোণৰ কিবা এটা বনাব লাগে। পাৰিলে বিয়াৰ খৰচৰ কাৰণে মাকৰ হাততো কিছু টকা দিয়া প্ৰয়োজন।

এনে সময়ত ডিব্ৰুগড়লৈ গৈ অনাহকত ৰূপ কেইকুৰিমান খৰচ কৰাৰ তাৰ কাৰণে কোনো যুক্তি নাই।

কিন্তু যুক্তি ওলাল। ডিব্ৰুগড়লৈ যোৱাৰ প্ৰয়োজন হ'ল। "চা, অলক, আমাৰ কোনোবা এজন ডিব্ৰুগড়লৈ যাবই লাগিব। পাষ্ট হিষ্টৰীহে নালাগে সমীৰদাৰ খবৰ ঠিকনাটোও আমি নাজানো। প্ৰবালে হয়তো জানিব। সমীৰদাৰ বিষয়ে কিবাকিবি কবও পাৰিব কিজানি। বহুতদিন সমীৰদাৰ ৰুমমেট হৈ থকা প্ৰবালে পাষ্ট হিষ্টৰী একো নাজানিলেও খবৰ ঠিকনাটো নিশ্চয় জানিবই। আমি চিঠি লিখিব পাৰোঁ। কিন্তু উত্তৰ পাওঁতে পলম হব পাৰে।"

ডিব্ৰুগড়লৈ যোৱাৰ কাৰণে অসীমে অলকক যুক্তি দিছিল। প্ৰবালক মাতি পঠিয়ালেও এই সময়ত সি আহিব নোৱাৰে। ৰূপালী জয়ন্তীত ব্যস্ত থাকিব। বাইদেউ অহাৰ আগতে তই ঘূৰি আহি পাবিহিয়েই। গতিকে সমীৰদাক বাইদেউৰ ওচৰলৈ নিয়াৰ কাৰণে তই ভাবিব নালাগে। তই আহি নাপালেও আমি আছোঁ। বুইছ কেমনেট? 'ৰবীনে অসীমক সমৰ্থন কৰি কলে।

"আমি কোনোবা এজন গলোহেঁতেন। কিন্তু বাৰে বাৰে প্ৰবালে তোক মাতি আছে যেতিয়া তই গলে সি বেছি ভাল পাব।" কিবা এষাৰ কব লাগে কাৰণেই প্ৰকাশে দোহাৰিলে।

"ইমানকৈ কব নালাগে প্ৰকাশ। যোৱাটোকে মই ঠিক কৰিছোঁ। কাইলৈ ৰাতিপুৱাৰ বাছতে যাম। আজিতো আৰু যাব নাপাওঁ।" সন্মতি জনাই অলকে সিহঁতক 'আশ্বস্ত কৰিলে।

এৰা, প্ৰয়োজন হৈ পৰিছে যেতিয়া সি যাবই। নোযোৱাৰ প্ৰশ্ন নুঠে। সমীৰদাৰ কাৰণে প্ৰয়োজন হলে চাৰি-পাঁচ দিন কিয় দহ পোন্ধৰ দিনে ক্লাছ খতি কৰিবলৈও সি প্ৰস্তুত।

প্ৰবাল গুৱাহাটীৰ পৰা অসম মেডিকেল কলেজলৈ যোৱা কিমান দিন হ'ল বাৰু? পূজাৰ বন্ধৰ ছমাহ নে এমাহমান আগতে গৈছিল—নহয় নে? এৰা—সিহঁত আঁতৰে আঁতৰে থকা বহুদিনেই হ'ল।

সি এনেয়ে ভাবিলে।

প্ৰবালে লিখিছে :......সেই আটাইবোৰ সঁচা নহয়। কলিকতীয়া মিছা বাতৰি।

অবিশ্বাস্য। কিন্তু সঁচা।

নিজৰ বুলিবলৈ যি কণ আছিল সেই সকলোবোৰ এটা এটাকৈ দি দি সৰ্বস্বান্ত হৈ যোৱা এটা জাতি। উদাৰতাৰো এটা সীমা থকা উচিত। ক্ষমা আদৰ্শনীয়। কিন্তু সকলো ক্ষেত্ৰতে নহয়; কিছুমান ক্ষেত্ৰত দোষনীয়ও। কিন্তু এই জাতিটোৱে কেৱল ক্ষমা কৰিবলৈহে শিকিলে। কোনোদিনে প্ৰতিবাদ কৰিবলৈ নিশিকিলে। আনে জাপি দিয়া মিছা কলংকবোৰ জোকাৰি পেলাবলৈ এবাৰো যত্ন নকৰিলে।

অৱশেষত আমাৰ মুখৰ মাতষাৰো হেৰাব খুজিছিল। কাঢ়ি নিব খুজিছিল। শিক্ষা বিভাগৰ এখন চাৰ্কুলাৰ।

চাৰ্চ্লাৰ নহয় যেনিবা জুই।

তিনিখন কলেজ বিচাৰালয়ৰ ওচৰ চাপিল। আৰম্ভ হ'ল যুক্তি-তৰ্ক। বাক-বিতণ্ডা। অৱশেষত যুক্তিয়ে যেতিয়া হাৰ মানিলে আৰম্ভ হ'ল অপপ্ৰচাৰ। বিদ্বেষ। বিষোদ্গাৰ। গালি-গালাজ : সংকীৰ্ণমনা প্ৰাদেশিকতা। নীচতা।

চলিহা, চৌধুৰী আৰু সিংহ চৰকাৰ।

কোন দায়ী বিচাৰ কৰাৰ প্ৰয়োজন নাই।

কিন্তু এইবাৰ 'শিলে সাৰ পাইছে।'

জুই জ্বলিল।

সেই জুইৰ শিখাত আহুতি দিবলৈ ভাইটি মোজাম্মিলে সুধিলে : আই কিহেৰে পূজিম তোক?

মাতৃয়ে তেজ নিবিচাৰে। কিন্তু পুত্ৰই কলিজাৰ তেজ ঢালি মাতৃৰ পূজা কৰে। নহলে পুত্ৰই শান্তি নাপায়। পূজাৰীৰ দল আগবাঢ়ি আহিল। বলিশালত ভিতি পাতি দিলে : মোজাম্মিল, অনিল, বলীন, প্ৰমোদ আৰু নৰেন মহন্তই। চিঞৰি উঠিল : আমাৰ তেজেৰে পূজাৰ বেদী ধৌত কৰা। আমি চিঞৰি চিঞৰি মৰিম। মূক হৈ নহয়।

'মেখেলা পড়া মেয়ে'ই ৰূপ সলালে। সিদ্ধাৰ্থশঙ্কৰ ৰায়ে যুক্তিপূৰ্ণ প্ৰবন্ধ লিখি ঘৰতে বৈৰী হ'ল। কলিকতীয়া কাকতত বাতৰি ওলাল : অনা-অসমীয়াৰ ওপৰত অসমীয়াৰ বৰ্বৰতা; অমানুষিক অত্যাচাৰ। ধৰ্ষণ, লুট আৰু হত্যা।

অসমৰ ওপৰত মিছা কলঙ্ক জাপি দি সেইচাম অনা-অসমীয়াই চিঞৰি চিঞৰি টেটু ফালিলে : ব্ৰহ্মপুত্ৰ উপত্যকাত ৰাষ্ট্ৰপতিৰ শাসন আৰম্ভ হওক। আমাক নিৰাপত্তা লাগে।

নিতৌ নতুন কল্পিত কাহিনীৰ অবৰ্ণনীয় বৰ্ণনা। লোমহৰ্ষক ভাষা।

কিন্তু অনিল, বলীন, প্ৰমোদ ৰবা নিৰাপত্তা বিচৰা অনা-অসমীয়া নাছিল। যিজাকে বিচাৰিছিল জীৱনৰ নিৰাপত্তা সেই সকলৰ এচামৰ নিষ্ঠুৰ বৰ্বৰতাত নিহত হ'ল নিৰাপত্তা নিবিচৰা—অত্যাচাৰী, বৰ্বৰ বুলি আখ্যা পোৱা তিনিজন নিৰাপৰাধী অসমীয়া ডেকা।

ব্ৰহ্মপুত্ৰ উপত্যকাৰ দুয়োখন মেডিকেল কলেজ, ইঞ্জিনিয়াৰিং, ভেটেৰনাৰী আৰু কৃষি কলেজৰ পৰা নিৰাপত্তা বিচাৰি কলিকতা পোৱা ছাত্ৰৰ সংখ্যা দেখি অসম চৰকাৰৰ চকু-থিৰ হ'ল। বহিৰাগত ছাত্ৰৰ কাৰণে চোন ইমানবোৰ চিটৰ এলটমেণ্টেই নাই। তেন্তে এয়া কেনেকৈ সম্ভৱ হ'ল?

অৱশেষত জোলোঙাৰ পৰা মেকুৰী ওলাল। কলিকতাৰ 'অনৱ হাউচত' ন-জোঁৱাইৰ তেমনে থকা আটাইবোৰেই ভগনীয়া ছাত্ৰ নহয়। যথেষ্ট সংখ্যক ভুৱা ছাত্ৰ।

ফাঁকি, জুৱাচুৰি প্ৰমাণিত হ'ল। কিন্তু বিহিত ব্যৱস্থা লোৱা নহ'ল।

গুৱাহাটী মেডিকেল কলেজ হোষ্টেলৰ পৰা 'কোনোমতে প্ৰাণলৈ পলাই আহিছোঁ' বুলি বাইজক জনাই যোৱা শাশ্বতী, অভিজিতহঁতে কলিকতাত আথৈ ফুটালে।

কিন্তু কৃষ্ণা, উৰ্মি, সুতপা, সাধনহঁত ?

সিহঁতোচোন যাব পাৰিলেহেঁতেন। সঁচাকৈয়ে যদি নিৰাপত্তাৰ প্ৰয়োজনেই হৈছিল তেন্তে ইনা, অকণা অকন্ধতীহঁতৰ লৈতে ডাইনিং হলত একেলগে বহি হাঁহি হাঁহি ভাত খোৱা কৃষ্ণা, উৰ্মিহঁতক নিৰাপত্তা দিলে কোনে ? ৰাষ্ট্ৰপতি শাসনে ? নে ৰাষ্ট্ৰপতি শাসনৰ চিঞৰ-বাখৰে ?

কথাবোৰ মনত পৰি অলকৰ লাজো লাগিল—খঙো উঠিল।

প্ৰত্যেক সম্প্ৰদায়ৰ মাজত বেয়া মানুহ আছে। ভাল মানুহবো অভাব নাই। অসমীয়া-বঙালী, উৰিয়া-গুজৰাটী, শিখ-পাঞ্জাবী আদি কোনো সম্প্ৰদায়ে ইয়াৰ ব্যতিক্ৰম নহয়। কিন্তু কিছুমান সম্প্ৰদায়-জাতিৰ মাজত বেয়া মানুহৰ প্ৰাদুৰ্ভাৱেই বেছি। সেইবোৰ জাতিৰ ভাল মানুহবোৰে বেয়া মানুহবোৰৰ প্ৰভাৱত জাতীয়তাৰ নামত আৰম্ভ কৰে গুণ্ডামি, ভণ্ডামি, বিশৃংখলতা আৰু অশান্তি। ঘৰে-বাহিৰে জুই জ্বলায়।

পিচদিনা ৰাতিপুৱা অলক গ'লগৈ।

ডিব্ৰুগড়লৈ সি কাহানিও যোৱা নাই। কাৰোবাৰ মুখত শুনিছিল গুৱাহাটী মেডিকেল কলেজখনৰ দৰেই অসম মেডিকেল কলেজখনো চহৰৰ মাজ-মজিয়াত নহয়। চহৰৰ পৰা কিছু আঁতৰত। চাৰিওফালে চাহনিৰ এটা শান্ত পৰিবেশ।

অলকে ভাবিছিল কোনোবা এখন হোটেলত বিছনাখন আৰু চুটকেচটো থৈ ৰৰবাৰীলৈ যাব। কিন্তু হোটেলত থাকিবলগীয়া নহ'ল। কিবা কাৰণত মটৰ ষ্টেণ্ডলৈ অহা প্ৰবালক বাছৰ পৰা নামিয়েই সি অভাবনীয়ভাৱে লগ পাই গ'ল। অলকক দেখি প্ৰবালে সাৱটি ধৰিলে। আনন্দত উত্ৰাৱল হৈ পৰিল

অলকক পাই প্ৰবালে বৰ ভাল পালে। অলকৰো ভাল লাগিল। কিন্তু মনটো মুকলি নহ'ল। প্ৰবালে সোধা আটাইবোৰ প্ৰশ্নৰ সি সঁচা উত্তৰ দিব

নোৰাৰিলে। প্ৰবালে তাক হোষ্টেলৰ প্ৰায়বোৰ ছাত্ৰ-ছাত্ৰীৰে কথা সুধিছিল। সমীৰ, পাপৰিবো। 'ভালেই' বুলি চমু উত্তৰ এটাৰে সমীৰ আৰু পাপৰিৰ প্ৰসংগটো এবাৰ বাবলৈ সি যত্ন কৰিলে। কাৰণ তপতে তপতে সমীৰ আৰু পাপৰিৰ কথাবোৰ কোৱাৰ তাৰ ইচ্ছা নহ'ল। সিইতৰ কথাবোৰ শুনিলে প্ৰবালে মনত বেজাৰ পাব। মনৰ উৎসাহ লেমেকি যাব। তদুপৰি কোৱাৰ বাবে অনুকূল পৰিবেশ এটাও লাগে।

বাছৰ ওপৰৰ পৰা বিছনা এখন নমালত প্ৰবাল আচৰিত হ'ল।

"বেডিং আনিছ যে?"

"কিয়? ক'ৰবাত শুণ্ডম আনো?

"তোক হবলা বিছনা আনিবলৈ কৈছিলোঁ?"

"নহয় মানে—হোটেলত বিছনা নাপাবওতো পাৰোঁ।"

"হোটেলত? হোটেলত কিয়? হোষ্টেলৰ বিছনাবোৰ কি হ'ল?"

"কিন্তু এই সময়ত হোষ্টেলত বিছনা আনো হব? হোষ্টেলত চাগে তইঁতৰ কিমান পেষ্ট।"

"মোৰ ৰুম একদম খালি। ৰুমমেটো নাই।"

"ৰুমমেট তোৰ ক'লৈ গ'ল?"

"ভনীয়েকৰ বিয়া। ঘৰলৈ গৈছে। আহোঁতে কেইদিনমান পলম হব।"

প্ৰবালৰ কথাষাৰে তাৰ বায়েক পাকললৈ মনত পেলাই দিলে।

পাকলৰ বিয়াৰ দিনো ঠিক হৈছে। দুমাহ পিচত তাৰ বায়েকজনীৰো বিয়া হব। ইমান দিনৰ মৰমৰ ঘৰখন এৰি আন এখন অচিনাকি নতুন ঘৰলৈ ওলাই যাব। লাহে লাহে অচিনাকি নতুন ঘৰখন চিনাকি আৰু পুৰণি হৈ আহিব। শৈশৱ আৰু কৈশোৰৰ ঘৰখন হৈ পৰিব অচিনাকি—আচহুৱা।

মাকজনীয়ে অকলে কি বা কৰিছে?

খাবলৈ বহা অলকে কেইগৰাহমান খায়েই হাত ধুলে। সি খাব নোৱাৰিলে, খোৱাৰ ইচ্ছা নহ'ল। গাটো জৰ জৰ লাগিছিল। ডিঙিটো খৰ-খৰাইছিল। চকু-মুখবোৰো বৰকৈ পুৰিছিল। মূৰটো বিষাইছিল।

পথক্লান্তি আৰু টনচিলাইটিচৰ দোষত তেনে হোৱা বুলি সিইতে সিমান গুৰুত্ব নিদিলে। প্ৰবালে তাক শোৱাৰ কথা কলে। পিচে-পকেও সিইতে কথা হব পাৰিব।

"নহয় প্ৰবাল, কাইলৈ মই যাবই লাগিব। তোক বহুতো কথা কবলগীয়া আছে। তোৰ টোপনি লাগিছে নেকি ?"

প্ৰবালে কোনো উত্তৰ নিদি মাথোন হাঁহিলে।

"বাৰু, চাম নহয় কাইলৈ কেনেকৈ যাব ? কমেও এসপ্তাহ। তাৰ আগতে তোৰ যোৱা নহব।"

"তই নাজান কাৰণেহে তেনেদৰে কৈছ। তোক মই আচল খবৰবোৰ কোৱাই নাই। এটা বৰ বেয়া খবৰ আছে অ'।" অলক থমকি ৰ'ল।

"মই জানো।"

"জান ! সমীৰদাৰ অসুখৰ কথাটো তই জান প্ৰবাল ? তোক কোনে কলে ?" আচৰিত হৈ অলকে প্ৰবালক প্ৰশ্ন কৰে।

"সমীৰদাৰ অসুখ ? কি অসুখ অলক ?" প্ৰবাল উদ্‌বিগ্ন হৈ পৰিল।

ৰুমমেট হলেও প্ৰবালে সমীৰক 'সমীৰদা' বুলি মাতে।

সমীৰৰ বিষয়ে অলকে সকলোবোৰ কথা বিবৰি কলে। মনঃতাত্বিক মিছেছ দত্তই বিচৰা সমীৰৰ পাষ্ট হিষ্ট্ৰী আৰু ঘৰৰ ঠিকনাটো জানে নেকি সুধিলে।

কথাবোৰ শুনি প্ৰবাল মৰ্মাহত হৈ পৰিল। মূক হৈ গ'ল।

সমীৰৰ পাষ্ট হিষ্ট্ৰীৰ বিষয়ে প্ৰবালেও একো নাজানে। পাষ্ট হিষ্ট্ৰী কিবা আছে বুলিও সি নাভাবে। আৰু কিবা থাকিলেও সমীৰে তাক কোৱা নাই। সিহঁতে জনাৰ দৰেই সিও সমীৰক জানে। দেখিছে ; সঙ্গ পাইছে। তাৰ বাহিৰে বিশেষ একো নাজানে। অলকে সোধা মঞ্জুমণিৰ বিষয়েও সি একো কব নোৱাৰিলে। সমীৰে তাক কোৱা নাই। অৱশ্যে সমীৰৰ ঘৰৰ ঠিকনাটো সি জানে। অলকক দিব পাৰিব।

ৰুমমেট হলেই ৰুমমেটৰ জীৱনৰ সকলো কথা জনা নাযায়। জানিব নোৱাৰি।

মৌন, মূক মুহূৰ্তবোৰ বৰ অসহনীয়।

কিন্তু সিহঁতে কথা কব পৰা নাছিল। প্ৰবাল চিন্তিত ; হতভম্ব। চকু মুখত আৰ্দ্ৰতা। সমীৰৰ অতীত জীৱনৰ স্মৰণীয় ঘটনা বিচৰাত ব্যস্ত ; চিন্তামগ্ন।

আৰু অলক ?

অলকৰো সেই একেই অৱস্থা। চিন্তিত ; অসহায়।

ক্ৰমাম্বয়ে বেছিকৈ অসুস্থ অনুভৱ কৰা অলকে শোৱাৰ প্ৰয়োজন বোধ

কৰিছিল। কিন্তু শুব নোৱাৰিলে। আৰু এটা মৰ্মন্তুদ বাতৰি তেতিয়াও দি প্ৰৱালক দিবলৈ বাকী আছেই।

অলক চিন্তিত: পাপৰিৰ কথাটো সি কি বুলি কব? কেনেদৰে কব? আৰু কবনে নকয়? কোৱা উচিত নে অনুচিত? তাৰ মুখত ঘটনাটো শুনাৰ পিচত প্ৰৱালে জানো সহ্য কৰিব পাৰিব? ধৈৰ্য্য ধৰিবলৈ সক্ষম হব? সমীৰৰ প্ৰতি সহামুভূতিত মৰ্মাহত হৈ পৰা প্ৰৱালৰ মনত তেতিয়া কেনে প্ৰতিক্ৰিয়া হব বাৰু? সমীৰক সি ক্ষমা কৰিব পাৰিব নে?

সমীৰ আৰু পাপৰি।

এটা অবৈধ গৰ্ভপাত। ফাঁকি আৰু প্ৰৱঞ্চনা।

প্ৰৱাল নালাগে সি নিজেইচোন সিদিনা সমীৰক ক্ষমা কৰিব নোৱাৰিলে। নোৱাৰিলে ত্ৰৈলোক্যই; নোৱাৰিলে চন্দনে।

"বুইছ অলক, তই কাইলৈ উভতি যাগে। মন্ত্ৰো তোৰ লগতে যাম বুলি ভাবিছিলোঁ। কিন্তু এতিয়া নাযাওঁ। দীপালী বাইদেউক দেখুওৱাৰ পিচত তেখেতে কি কয়—সকলো কথা লিখি মোলৈ চিঠি দিবি। তেতিয়াই মই যাম।"

সেমেকা মাতেৰে নিস্তব্ধতা ভাঙি প্ৰৱালে কথাকেইষাৰ কৈ আকৌ বৈ গ'ল। অলকে একো নকলে।

তাৰ পিচত কিছু সময়ৰ মৌনতা।

"তইঁতে—মানে চন্দন আৰু ত্ৰৈলোক্যই সমীৰদাক তেনে ব্যৱহাৰ কৰিব নালাগিছিল। তাৰ আগতে অন্ততঃ মোক এবাৰ জনোৱা উচিত আছিল।"

"প্ৰৱাল; তয়ো তেন্তে সেই কথা জান প্ৰৱাল? তোক কোনে কলে?" আশ্চৰ্য্যত অলকে চিঞৰি উঠিল। চকু দুটা বিস্ফাৰিত হৈ পৰিল।

"সকলো কথাই মই জানো অলক। সমীৰদাই মোলৈ লিখিছিল। তইঁতেতো বুজিলি সমীৰদাই মোৰ আৰু পাপৰিৰ কিমান ডাঙৰ উপকাৰ এটা কৰিছিল। দেউতাৰ আঁকোৰ গোজালিত গুৱাহাটীৰ পৰা ইয়ালৈ আহিবলৈ মই বাধ্য হলোঁ। কিন্তু মোৰ অসংযমে কলঙ্কিতা কৰা পাপৰিৰ গাত তেতিয়া মাতৃত্বৰ কোনো লক্ষণ ফুটি উঠা নাছিল। পিচত পাপৰিৰ চিঠি পাইহে গম পালোঁ: মোৰ পাপৰ স্বাক্ষৰ পাপৰিৰ গৰ্ভত বৈ গ'ল। নিৰুপায় হৈ সমীৰদাক দিছিলোঁ মোক আৰু পাপৰিক উদ্ধাৰ কৰাৰ দায়িত্ব। সমীৰদাই আমাক ৰক্ষা কৰিলে। কলঙ্কৰ পৰা উদ্ধাৰ কৰিলে। কিন্তু উপকাৰৰ বিনিময়ত চন্দন, ত্ৰৈলোক্যইতৰ পৰা যেচোৱাই পালে অপমান।"

প্ৰৱাল বৈ গ'ল।

অলক হতভম্ব হৈ পৰিল। মুখৰ মাত হেৰাল।

"কিন্তু চন্দন, ত্ৰৈলোক্য নতুবা তোক সমীৰদাই বেয়া পাব নোৱাৰিলে। বেয়া নাপালে। বৰং তইঁতৰ দৎ সাহসৰ প্ৰশংসা কৰিলে। আৰু মযো তইঁতৰ ওচৰত কৃতজ্ঞ। কিয় জান?"

অলকে প্ৰৱালৰ প্ৰশ্নটোৰ উত্তৰ দিয়াৰ প্ৰয়োজন বোধ নকৰি মনে মনে ৰ'ল।

"তইঁতৰ উপকাৰৰ কথাও মই নাপাহৰোঁ। তইঁত চাৰিজনৰ বাহিৰে সেই ঘটনাটো আৰু আন কেৱে নাজানিলে। মই বাৰে বাৰে তোক মাতি পঠিয়াইছিলোঁ। কাৰণ সমীৰদাই তইঁতক নোকোৱা কথাবোৰ মই তোক কম। নহলে সমীৰদাৰ প্ৰতি চিৰদিন তইঁতৰ মনত বৈ যাব এটা ভুল ধাৰণা।"

প্ৰৱাল বৈ গ'ল।

অলকে তাক বহুত কিবাকিবি কব খুজিছিল। কিন্তু কি কব ভাবি নাপালে।

অনুশোচনাত সি ছটফটাই উঠিল। সেই মুহূৰ্ততে যেন সি দৌৰি গৈ সমীৰৰ দুভৰিত সাৱটি ধৰিব। কয়: সমীৰদা, তুমি সঁচাকৈয়ে সাধাৰণ মানুহতকৈ বহুত ওপৰত। তুমি মোক ক্ষমা নকৰিবা। প্ৰতিশোধ লোৱা। তোমাৰ ক্ষমাই মোক শান্তি নিদিয়ে। জেই-পুৰি মাৰিব।

কিন্তু উপায় নাছিল।

ৰাতিৰ গভীৰতাই সিহঁতৰ মাজৰ নীৰৱতাখিনিক আৰু বেছি অসহনীয় কৰি তুলিলে।

বাহিৰত তেতিয়া কৃষ্ণপক্ষৰ শেঁতা জোনাক। শেষ নিশাৰ পৃথিৱীখন অলকৰ বৰ নিমাওমাও লাগিল।

## ॥ চৈতন্য ॥

"এ কান্দিছে পাই। নেপায় নহয়। হাঁহ আকৌ।"

এৰা, কান্দিব নাপায়। তথাপি সিহঁতে কান্দে। পৃথিবীৰ বুকুলৈ হাঁহিবলৈ অহা মানুহবোৰ কান্দি কান্দি এদিন আঁতৰি যায়। কন্দুৱাই থৈ যায়।

আমাৰ জীৱনত হাঁহিতকৈ কান্দোনেই বেছি নেকি বাৰু?

জন্ম হৈয়ে শিশুৱে হাঁহিবলৈ নিশিকে। নাহাঁহে। কান্দে।

কিন্তু কোনোবাই যেন আমাক জোৰকৈ হঁহুৱায়। হাঁহিবলৈ কয়। আমি হাঁহো।

ভঙাগড়।

গড় ভাঙে। ৰজাও ভাঙে। ৰাজগড়ে ভঙাগড়ৰ কাহিনী ৰচে। ইতিহাসে সেই কাহিনী বুকুৰ মাজত সামৰি থয়; সামৰি লয়। সৰ্বসাধাৰণে এদিন সেই কাহিনী পাহৰি যায়।

মেডিকেল কলেজৰ বাছবোৰ ভঙাগড়েৰে নিতে অহা-যোৱা কৰে; ৰহবাৰ। কিন্তু নৰয়। প্ৰয়োজন নহয়। কিন্তু কেতিয়াবা কাৰোবাৰ প্ৰয়োজন হয়। বাছ ৰখায়। ৰখে।

সিদিনাও ৰখিছিল। মানে ৰখালে।

বৈ যোৱা বাছখনৰ পৰা জুৰি নামি গৈ কনফেক্‌শ্বনাৰী দোকানখনৰ সন্মুখলৈ আগবাঢ়ি গ'ল। আয়নাৰ বিয়াগোম বটলবোৰত সজাই থোৱা টফি, চকলেট, ল'জেন্সবোৰ দেখুৱাই দোকানীজনক কিবা কলে।

বাছখন ৰাখিলত আৰু বহু কেইজনৰে প্ৰয়োজন ওলাল। কেবাজনো ল'ৰা নামি পৰিল। কোনোবাই কিনিলে চিগাৰেট; কোনোবাই তামোল। অৰুণ আৰু প্ৰফুল্লই এপেকেট এপেকেট খপাত। সিহঁতে খপাত কিনে। কিন্তু

চুণ নিকিনে। কিনাৰ প্ৰয়োজন নহয়। চুণ কিনিবলৈ সিহঁতক কিহে পাইছে? গুৱাহাটীত ইমানবোৰ পান-দোকান কেলেই মৰিবলৈ আছে?

বাছখনৰ এচুকত মুজুৰা মাৰি বহি আহিছিল অসীম, প্ৰকাশ আৰু ৰবীন। মনবোৰ গধুৰ। কথা কোৱাৰ আগ্ৰহ কোনোজনৰে নাই। ৰবীন আৰু প্ৰকাশে কি ভাবিছে অসীমে নাজানে। সমীৰৰ কাৰণে মন বেয়া লাগি থকা অসীমে অসকৰ কথা ভাবিছিল। তাৰ মনটো আৰু বেছি বেয়া লাগিল।

খিৰিকীৰে মুৰটো উলিয়াই এনেয়ে সি বাহিৰলৈ চালে। বাছৰ পৰা নামি যোৱা ল'ৰা-ছোৱালীবোৰলৈ তাৰ খং উঠিল। ইমান বেলি কৰিব লাগে নে? বাছখন ক'ৰবাত অকণমান ৰলেই সিহঁতৰ তামোল-চিগাৰেট কিনাৰ ধুম উঠে।

জুৰিয়ে তেতিয়া এসোপামান চক্‌লেট আৰু টফি কিনি হাত-বেগটোত ভৰাইছে। ইমান সময়ে পাহৰি থকা বৰ প্ৰয়োজনীয় কথা এটা যেন তাৰ হঠাতে মনত পৰি গ'ল। বাছৰ পৰা লৰালৰিকৈ নামি সি চক্‌লেটৰ দোকান-খনলৈ আগবাঢ়ি গৈ জুৰিৰ ওচৰতে থিয় হ'ল।

চক্‌'লট, টফি, লজেন্স।

কিন্তু সি বিচৰা কাডবেৰিজৰ পেকেটচোন বটলবোৰৰ ভিতৰত নাই। তাক দুই পেকেট কাডবেৰিজ লাগে।

যোৱা কেইদিনমানৰ পৰা ৰিনিৰ লজটো তাৰ ভাল লগা নাই। সমীৰৰ কাৰণে বেয়া লাগি থকা মনটোৰে আগৰ দৰে ৰিনিৰ লগত হাঁহি-ধেমালি কৰিবলৈ আজিকালি তাৰ মন নাযায়। আগগুৰি নোহোৱা তাইৰ প্ৰশ্নবোৰত সি বিৰক্তি পায়। তাইৰ প্ৰশ্নবোৰৰ উত্তৰ নিদিয়ে। মৌন হৈ ৰয়।

তথাপি ৰিনি সদায় আবেলি তাৰ ওচৰলৈ আহে। তাৰ কোঠাটোৰ সন্মুখত অকলে অকলে খেলে। দৰা-কইনা সজায়। ঘৰৰ পৰা লৈ অনা পুতলা দুটাৰ বিয়া পাতে। ফটা কাপোৰেৰে মেৰিয়াই মেৰিয়াই দৰা-কইনাক বিয়াৰ সাজ পিন্ধায়। ওচৰৰ বাগানখনৰ পৰা ফুল ছিঙি আনি মালা গাঁথিবলৈ তাক বেজী-সূতা খোজে।

আগদিনাখনৰ আবেলি।

বাগান ভিলা জোপাৰ ওচৰত থিয় হৈ দূৰৰ আকাশখনলৈ অসীমে চাই আছিল। কিন্তু হঠাতে তাৰ তন্ময়তা ভাঙি গ'ল। ওচৰতে দৰা-কইনা খেলি থকা ৰিনিৰ কথাবাৰত সি দৃষ্টি ফিৰাই আনিলে।

'এ, কান্দিছে পাই। নেপায় নহয়। হাঁহ আকৌ।'

বিনিয়ে পুতলা কেইজনীক নিচুকাই দৰা পুতলাটোৰ ওচৰত বহৱাই দিছিল।

তাইৰ কথা শুনি তাৰ হাঁহি উঠিব খুজিছিল। সি মৌন হৈ ৰব নোৱাৰিলে।

"কি হ'ল বিনি ?"

"এইজনীয়ে কান্দে পাই। কইনাই জানো কাডবেৰিজ খায় ? তাইক বোলে কাডবেৰিজ লাগে।"

"নিদিয়া কেলেই ?"

"নাই যে আকৌ।"

"কাইলৈ মই আনি দিম দেই।"

"সঁচা ?"

"ও।"

"কিন্তু দুই পেকেট লাগিব হলে দেই। এপেকেট মোৰ আৰু···আৰু···।"

"এপেকেট কইনাজনীৰ।"

"ইহ্—তাইক নিদিওঁ যোৱা। মই খাম।"

অসীমে এইবাৰ নহঁহাকৈ ৰব নোৱাৰিলে। শব্দকৈ হাঁহি উঠিল।

"কি হ'ল অসীম ? কাডবেৰিজ খাবলৈ মন গ'ল নেকি ?"

দোকানীয়ে অসীমলৈ আগবঢ়াই দিয়া কাডবেৰিজৰ পেকেট দুটা দেখি জুবিয়ে সুধিলে।

"তোমাৰ হৰলা চকলেট আৰু টফি খাবলৈ মন গ'ল ?" জুবিৰ প্ৰশ্নৰ উত্তৰ দিয়াৰ সলনি অসীমে ওভোতাই প্ৰশ্ন কৰিলে।

"নহয় হে। আমাৰ চুপাৰ চাৰৰ অকণমানিটোলৈ লওঁ। সি আজিকালি মোৰ বৰ বন্ধু হৈ পৰিছে।" হাঁহি হাঁহি জুবিয়ে কৈ উঠিল।

চুপাৰ চাৰৰ অকণমানিটো মানে সাত-আঠ বছৰীয়া অগাধ। গাৰ্লচ হোষ্টেলৰ চুপাৰৰ পেটমোছা সন্তান।

বিনি আৰু অসীম; জুবি আৰু অগাধ।

ক'ৰবাৰ পৰা ক্ৰয়েডী গোন্ধ এটা ভাঁহি আহি যেন তাৰ নাকত লাগিল। সি যেন কাৰোবাক সুধিব : জুবি জানো কেতিয়াবা অগাধ হয় ? কিন্তু কাক সুধিব ?

ইঞ্জিন ষ্টাৰ্ট দি যাবলৈ লাহু হোৱা বাছখনলৈ সিহঁতে খৰ খোজে আগবাঢ়ি আহিল।

নৰকাচলমুখী বাছখনৰ জোকাৰনিয়ে যেন তাক কৈ উঠিল : ভুৰি অগাধ নহয়; অশান্ত, চঞ্চল। কিন্তু অসীম আৰু বিনি? তেন্তে অসীমৰ বিণি বিণি সীমা ক'ৰবাত দেখি নেকি?

সমীৰৰ দেউতাকলৈ টেলিগ্ৰাম এখন পঠিয়াই জোৰকৈয়ে তাৰ কথা পাহৰি থাকিবলৈ যত্ন কৰিলে যদিও অলকৰ চিন্তাই সিহঁতক দুৰ্বল কৰি তুলিলে। সিহঁতৰ কোনোবা এজন যাব নে তাঁৰ কৰিব একো সিদ্ধান্ত লব নোৱাৰিলে।

অলক ডিব্ৰুগড়লৈ যোৱাৰ পিচদিনা লক্ষিমা।

অসীমে কৈছিল : অলক আজি উভতি আহিব পাৰে।

"ধুৰ। যোৱা কালি গৈছেহে। আজি কেনেকৈ আহিব? প্ৰবালে আহিবলৈ নিদিয়ে। কাইলৈ মানে আহিব পাৰে হয়তো।"

"আজি সোমবাৰহে। দীপালী বাইদেউ বৃহস্পতিবাৰে আহি পাব। অলকো সিদিনাহে আহিব, চাবি।"

অলকৰ ৰুমত অসীম, প্ৰকাশ আৰু ৰবীনৰ মাজত আলোচনা হৈছিল। আৰু সিহঁতৰ আলোচনাৰ মাজতে কোনোবা দুজনে খবৰ দিছিল : ৰবীনৰ ট্ৰাঙ্ক-ক'ল আহিছে। চুপাৰ চাবে ৰবীনক মাতিছে।

ৰবীন লবালবিকৈ তলৰ মহলালৈ নামি গ'ল। প্ৰকাশ আৰু অসীমে উৎকণ্ঠাৰে তালৈ অপেক্ষা কৰি বৈ থাকিল।

ক'ৰ ট্ৰাঙ্ক ক'ল? কোনে কৰিছে? ৰবীনহঁতৰ ঘৰত কাৰোবাৰ কিবা হ'ল নেকি? তাক ট্ৰাঙ্ক কৰি মাতিছে?

অসীম আৰু প্ৰকাশে ইজনে সিজনক সুধিছে। উত্তৰ দিছে। আলোচনা কৰিছে। কিন্তু সৰহ সময় সিহঁত তেনেদৰে উদ্‌বিগ্ন হৈ ৰবলগীয়া নহ'ল। অলপ পিচতেই উভতি আহিছিল ৰবীন। ৰবীনৰ হাতত অকণমানি এখিলা কাগজ।

"ক'ৰ ক'ল অ' ৰবীন?" অসীমে সুধিলে। মাতত আশংকা আৰু উদ্‌বিগ্নতাৰ সুৰ।

"প্ৰবালে কৰিছিল। অলকৰ অসুখ। এয়া সমীৰহঁতৰ ঘৰৰ ঠিকনা। মই লিখি আনিছো।"

ৰবীনে আগবঢ়াই দিয়া কাগজ টুকুৰা অসীমে হাত পাতি ললে।

"অলকৰ অসুখ মানে? কি অসুখ?" প্ৰকাশৰ প্ৰশ্ন।

"চৰ্দি লাগি জ্বৰ উঠিছে। কাইলৈ বা পৰহিলৈ আহি পাব। আজিয়েই যোলে আহিব খুজিছিল। প্ৰবালেহে আহিব নিদিলে।"

সমীৰৰ ঘৰৰ ঠিকনা লিখা কাগজখিলা অসীমে প্ৰকাশলৈ আগবঢ়াই দিছিল।

এদিন, দুদিন, তিনিদিন।

তেনেকৈয়ে এসপ্তাহ পাৰ হৈ গ'ল।

অসীম, ৰবীনহঁত চিন্তিত হৈ পৰিল। আহিব আহিব বুলি সদায় গধূলি অলকলৈ বৈ বৈ সিহঁত ভাগৰি পৰে। অসুখ বেছি হোৱা বুলি তিনিওজনে আলোচনা কৰে। কিন্তু পিচ মুহূৰ্ত্ততে অলকৰ চিন্তা তল পেলাই সমীৰৰ চিন্তাই সিহঁতক জুমুৰি দি ধৰে।

"অসুখ বেছি হোৱা হলে প্ৰবালে নিশ্চয় ফোন কৰি জনালেহেঁতেন। সাধাৰণ অসুখ হৈছিল চাগে। আচলতে প্ৰবালেই তাক আহিবলৈ দিয়া নাই।" সিহঁতৰ মাজৰ পৰাই কোনোবা এজনে আন দুজনক প্ৰবোধ দিয়ে। নিজেও সান্ত্বনা লয়।

অৱশেষত ৰবীনহঁতৰ কথা সঁচা নহ'ল।

সিহঁতে অপেক্ষা কৰি থকা বৃহস্পতিবাৰটোও আহি পাব হৈ গ'ল। কিন্তু আহিব আহিব বুলি বৈ থকা অপেক্ষামান দিনটোত দুইজনৰ এজন আহিল। এজন নাহিল। আহিল মিছেছ দীপালী দত্ত। নাহিল অলক কাকতি।

আৰু?

আৰু তাৰ আগতেই আহিল এটা চৰম মুহূৰ্ত্ত।

চাইক্লেটী পৰীক্ষাৰ পিচত সিহঁতৰ 'সমীৰদাক' আৰু কেবাটাও শাখাত পৰীক্ষা কৰিবলগীয়া হ'ল।

"ইট ইজ 'এ পিউৰ কেচ অৱ চিজ'ফ্ৰেনিয়া—এণ্ড আদাৰ কম্‌প্লিকেশ্বনচ্‌ টু।"

অসীমক অকলশৰীয়াকৈ মাতি নি শেঁতা মুখেৰে কোৱা মিছেছ দত্তৰ কথাখাৰ সি ৰবীনহঁতকো কলে। তাৰ পিচত আৰম্ভ হ'ল এটাৰ পিচত আন এটা পৰীক্ষা।

বাধ্য ল'ৰা এজনৰ দৰে সমীৰ অসীমহঁতৰ লগে লগে এটাৰ পিচত আন এটা চেম্বাৰলৈ গ'ল। পৰীক্ষাগাৰত সোমাল। কিন্তু নিৰুদ্বেগ। নিমাত।

পৰীক্ষা কৰা হ'লত সমীৰ হোষ্টেললৈ উভতি আহিল। তাৰ কাৰণে ফলাফল জনাৰ যেন কোনো প্ৰয়োজন নাই।

"এ ডাউটফুল কেচ অৱ্ চিৰোচিচ অৱ্ লিভাৰ।"

ক'ৰবাত যেন বজ্ৰপাত পৰিল। অসীম, ৰবীনহঁত চমকি উঠিল। মুখৰ মাত হেৰাল। চকু-মুখৰ ৰং হৈ পৰিল শেঁতা; পাণ্ডুৰ।

অস্ফুট স্বৰত সিহঁতৰ প্ৰত্যেকজনে চিঞৰি উঠিল: মিছা, মিছা। মেডিকেল ৰিপৰ্ট মিছা। ডায়গনেচিচ্ ভুল। এয়া কেতিয়াও সম্ভৱ নহয়। নহওক।

অধ্যাপক চৌধুৰীয়ে সিহঁতৰ মুখলৈ চালে।

অসীমহঁতৰ চকুত অবিশ্বাসৰ চাৱনি। দৃষ্টিত আশ্চৰ্য্য আৰু বিস্ময়।

"ডায়গ্নেচিচ্ ভুল হোৱা নাই প্ৰকাশ। 'ইজ এ ট্ৰু কেচ অৱ্ লিভাৰ চিৰোচিচ।"

সিহঁতৰ মনৰ অৱস্থা বুজিব পাৰি অধ্যাপক চৌধুৰীয়ে লেমেকা মাত এটাৰে লাহে লাহে কৈছিল।

ৰবীনহঁতে ধোঁৱা-কোৱা দেখিলে। ধূসৰ আৱৰণ এটাই যেন সন্মুখৰ পৃথিৱীখন ঢাকি ধৰিলে। সিহঁতৰ দৃষ্টিৰ পৰা হেৰাই গ'ল হাস্পাতালখনৰ অৱস্থিতি। ঘৰ, দালান; ৰোগী-চিকিৎসক আৰু চিকিৎসালয়খনৰ সমগ্ৰ চৌহদ।

এনেকুৱাই হয়।

আমি যি বিচাৰোঁ; নাপাওঁ। যি আশা কৰোঁ—নহয়। নিবিচৰাটো পাওঁ। আশা নকৰাটোয়ে হয়।

অৱশেষত সিহঁতৰ বৰ মৰমৰ, শ্ৰদ্ধাৰ সমীৰদাজন গ'লগৈ।

সিহঁতৰ টেলিগ্ৰাম পাই ঘৰৰ পৰা মোমায়েক আৰু ভায়েক এজন আহি মিছা কথাৰে ফাঁকি দি তাক অসমৰ বাহিৰলৈ লৈ গ'ল। এবাৰ শেষ চেষ্টা কৰি চাব। অসমৰ বাহিৰৰ প্ৰখ্যাত চিকিৎসালয়ত চিকিৎসাৰ ব্যৱস্থা কৰিব।

সমীৰ যোৱাৰ সময়ত হোষ্টেলত সৰহ সংখ্যক ছাত্ৰ নাছিল। ক্লাছলৈ গৈছিল। আছিল, নৱ, বিপুল, ত্ৰৈলোক্য, চন্দন, অসীম, প্ৰকাশ আৰু ৰবীন। সমীৰৰ কোঠাটোৰ পৰা অলপ দূৰৰ কৰিড'ৰটোত সিহঁতে থুপ বান্ধিছিল।

কথা কবলৈ পাহৰি যোৱা ৰবীনহঁত নিৰ্বাক, নিস্তব্ধ। চকু চল্‌চলীয়া। লেমেকা দৃষ্টিত পাতল ধূসৰ আৱৰণ।

সমীৰে সিহঁতৰ প্ৰত্যেকজনৰ ওচৰতে বিদায় লৈছিল। কৈছিল : আহোঁ দেই ত্ৰৈলোক্য; আহোঁ চন্দনা। বেয়া-চেয়া নাপাবা। নব আৰু বিপুল, মোৰ কানি-কাপোৰ সোপাই ব'ল। নিগনিয়ে কুটিব—চাবা। অসীম; মোৰ বিষয়ে কিবা লিখিলা নে? ৰবা—মই ঘূৰি আহোঁগৈ। তোমাক চব কথা কম। প্ৰকাশ, ৰবীন……

সমীৰ অকণমান সময় তভক মাৰি ৰ'ল। চাৰিওফালে এবাৰ দৃষ্টি বুলাই নি সুধিলে : অলক ক'লৈ গ'ল ৰবীন? তাকচোন দেখা নাই।

"সি ঘৰলৈ গ'ল সমীৰদা।"

ওলাই আহিব খোজা চকুপানীখিনি চেপি ৰাখি ৰবীনে কোনোমতে উত্তৰ দিলে। এটা জীয়া ফাঁকি।

: তেনেহলে তাক আৰু লগ পোৱা নহ'ল। অলকক কবা ৰবীন : তাক মোৰ বহুত কথা কবলগীয়া আছে। ঘূৰি আহি কম। যাওঁ দেই।

এজন সুস্থ মানুহৰ দৰে সিহঁতৰ পৰা বিদায় লৈ ওপৰ মহলাৰ পৰা তললৈ নামি যোৱা চিৰিটোৰ পিনে সমীৰ আগবাঢ়ি গ'ল। প্ৰকাশ চন্দনহঁতে কথা কব নোৱাৰিলে। কথা কলেই যেন সিহঁতৰ দুচকুৰ পাৰ ভাঙি বৈ আহিব বাধা নমনা চকুলোৰ ঢল।

ইচ্ছা হৈছিল অসীমে যেন চিঞৰি চিঞৰি সুধিব : তুমি জানো আৰু আমাৰ মাজলৈ উভতি আহিব সমীৰদা? তুমি কব খোজা 'চব কথা' কোৱাৰ সময় জানো আৰু পাবা?

অসীমৰ মুখটো আচল্লাই কৰি দিয়া যেন লাগিল। ওচৰৰ ৰেলিংখনত খাপ মাৰি ধৰি কোনোমতে সি খিয় হৈ ৰ'ল। সমীৰ আঁতৰি যোৱাৰ পিনে চাই দেখিলে : চিৰিৰ আঁৰত নেদেখা হৈ যোৱা সমীৰৰ মূৰৰ চুলিখিনিও লাহে লাহে দৃষ্টিৰ আঁৰ হৈ গৈছে।

অচ্ছ ঘৰত নিজক কোৱাৰ দৰে প্ৰকাশে কৈ উঠিল : এটা নিশ্চিত মৃত্যুক হাতত লৈ আগবাঢ়ি যোৱা এজন মৃত্যু-পথযাত্ৰী। মানুহ ইমান অসহায়।

ক'ৰবাৰ পৰা উৰি অহা এজনী কাউৰীয়ে ৰেলিঙৰ আন এটা মূৰত বহি চিঞৰি উঠিল : কা-কা।

তাৰ পিচত তাই বহুত দূৰলৈ আকৌ উৰি গ'ল। কলৈ গ'ল সিহঁতে নেদেখিলে।

## । পোষ্ট্রান্ধ ।

"বায়াব হেলথ্ আর্জেন্ট "

কাউণ্টাবৰ থিবিকীখনবে টেলিগ্রামখন ভিতবলৈ সুমাই দিয়াব অলপ পিচতে কিউৰ পৰা ববীন আঁতবি আহিছিল। অকণমানি এখন দীঘলীয়া কাগজ; টেলিগ্রাম কৰা বচিদ।

প্রবালৰ কেয়াবঅৱত অলকলৈ টেলিগ্রাম এখন কবি ববীন হোষ্টেললৈ উভতি আহিল। বাটৰ কাষৰ কোনোবা এখন দোকানত সোমাই চাহ একাপ খোৱাব ইচ্ছা হৈছিল। কিন্তু দোকানত সোমাবলৈ তাৰ মন নগ'ল।

মন ভাবাক্রান্ত। অশান্ত।

সমীব গ'ল। অলকৰ খবৰ বাতবি পোৱা নাই। এদিন বা দুদিন পিচতে ঘূবি আহিম বুলি দহদিনলৈ অলক ঘূবি নহাত ববীন চিন্তিত হৈ পৰা স্বাভাবিক। অলকৰ অসুখ বেছি হোৱা বুলি তাৰ সন্দেহ হ'ল। নহলে সি ইমান দিনলৈ নহাকৈ নাথাকে। অলক ইমান দায়িত্বজ্ঞানহীন নহয়। কাইলৈ প্রবাল অথবা অলকৰ পৰা কোনো খবৰ নাপালে পৰহিলৈ সি ডিব্রুগড়লৈ যাবগৈ।

ববীনে সিদ্ধান্ত ললে।

কিন্তু হোষ্টেল পাই সি আচবিত হৈ গ'ল। আনন্দও লাগিল। বৈ আছিল এটা স্বস্তিব নিশ্বাস।

"কেতিয়া পালিহি ৰুমমেট ?" ৰুমত সোমাই, চকি এখনত বহি জোতাব ফিটা খুলি থকা অলকক দেখি সি সুধিলে।

"যাই নাউ সোমাইছোহি। তই ক'লৈ গৈছিলি ?"

ববীনে কলৈ গৈছিল কলে।

"সমীৰদাৰ খবৰ কি ?"

"সমীৰদাৰ খবৰ পিচতো শুনিবি। আগেয়ে তোৰ খবৰ ক'। যিমান দিন থাক থাক ; কিন্তু আমাক খবৰ-বাতৰিতো এটা দিব পাৰ।"

"কিয় ? প্ৰবালে ফোন কৰা নাছিল জানো ?"

"সেই তাহানিতে। প্ৰবালৰ ফোন পাইহে আমাৰ চিন্তা আৰু বেছি হ'ল। সি জনালে তোৰ সাধাৰণ অসুখ। দুই-এদিনতে ঘূৰি আহিবি। তাৰ পিচত আজি আঠ দিনলৈ খবৰ-বাতৰি নাই।"

"খবৰ দিবলৈ অসুবিধা হ'ল ; বুইছ। আজি বোলে—কাইলৈ ; কালি বোলে পৰহিলৈ আহিম আহিম বুলি ভাবি থাকোঁতেই খবৰ দিয়া নহ'ল।" অলকৰ কথাত অপৰাধৰ সুৰ।

"ইমান দিন পলম কৰিলি যে ?"

"অসুখ হ'ল অ'। সাধাৰণ জ্বৰ। মই আহিব খুজিছিলোঁ। ডাক্তৰে মোক ৰিলিজ নকৰিলে ?"

"ৰিলিজ নকৰিলে মানে ?" ৰবীনে আচৰিত হৈ প্ৰশ্ন কৰে।

"প্ৰবালৰ উৎপাতত বৰ নোৱাৰি হাস্পাতালাইজ হবলগীয়া হ'ল ; হাস্পাতালৰ পৰা কালিও মোক ৰিলিজ কৰিব খোজা নাছিল। মইহে জোৰ জবৰদস্তি ৰিলিজ লৈছোঁ।"

"ৰিলিজ নকৰে কিয় ? গা ভাল পোৱা নাই নেকি ?"

"পালোঁ কেতিয়াবাই। অসুখ কেতিয়াবাই ভাল হ'ল। কিন্তু ডাক্তৰে কয় মই দুৰ্বল হৈ আছোঁ হেনো। কেইদিনমান বেডত থাকিব লাগে। বাৰু, এতিয়া সমীৰদাৰ কথা কচোন। তইঁতে বাইদেউক দেখুৱাইছিলি নেকি ?" অলকে আগ্ৰহেৰে সুধিলে।

"সমীৰদাৰ কথা আৰু কি কম ?" বুলি ৰবীন বৈ গ'ল।

অলক উদ্‌গ্ৰীৱ হৈ পৰিল।

কথা কব খুজিলেই চকুলো বৈ আহিব খোজা ৰবীনে বহুসময় তাৰ সমীৰৰ বিষয়ে একো কব নোৱাৰিলে। কিন্তু পিচত কৈছিল। এটা এটাকৈ সকলো কথা কৈ গ'ল।

অৱশেষত ৰবীন থমকি ৰ'ল। নিৰ্বাক, নিস্পন্দৰ দৰে ৰবীনৰ কথাবোৰ শুনি থকা অলকে যেন উশাহ লবলৈও পাহৰি পেলালে। বেদনাত মৰ্মাহত অলক যেন মূক। বজ্ৰাহত। সি কোনো কথা কব নোৱাৰিলে। অবিশ্বাস

আৰু আশ্চৰ্য্যত তাৰ মুখৰ পৰা মাথোন সৰি পৰিল তিনিটা শব্দ : চিৰোচিচ্ অব্ লিভাৰ।

"এৰা, চিৰোচিচ্ অব্ লিভাৰ।" অলকে কোৱা শব্দ কেইটা ৰবীনে আকৌ এবাৰ আওঁৰালে।

"জান ৰুমমেট, উন্মাদ সমীৰদা হয়তো ভাল হব। কিন্তু চিৰোচিচত ভোগা সমীৰদা...... ।"

ৰবীনে শেষকৈ কব নোৱাৰিলে। মুখখন ঘূৰাই সি দৃষ্টি ফিৰাই নিলে। "নহয়, ৰুমমেট নহয়। মৃত্যুই যাৰ একমাত্ৰ ৰিমেডি সেই ৰোগৰ পৰা জীৱন ঘূৰাই পোৱাৰ কোনো আশা নাই ৰুমমেট।" নাটকীয় সুৰত বিহ্বল হৈ অলকে চিঞৰি উঠিল।

মৃত্যু অসহনীয়। কিন্তু নিশ্চিত অকাল মৃত্যুৰ শোক আৰু বেছি গভীৰ, তীব্ৰ।

সময় যায়। দিন বাগৰে।

আৰু বাগৰি যোৱা দিনবোৰে পাহৰাই দিয়ে তীব্ৰ শোকৰ অসহনীয় জ্বালা। মনৰ গভীৰ বেদনা; আৰু বিচ্ছেদৰ তাড়না।

অসীম, প্ৰকাশহঁতে লাহে লাহে সমীৰক পাহৰি যাবলৈ যত্ন কৰিছিল। মনৰ শোক পাতিছিল।

কিন্তু অলক?

পাহৰিব খুজিলেই সকলো কথা পাহৰিব নোৱাৰি। পাহৰনিৰ চেষ্টাই মাথোন সজীৱ কৰি তোলে পুৰণি স্মৃতি; পাহৰি যাব খোজা শোক। গভীৰ কৰি তোলে মনৰ বেদনা।

অলকৰো সেয়ে হ'ল। সমীৰৰ ওচৰত ক্ষমা খুজিব নোৱাৰিলে যেন তাৰ শান্তি নাই। মনৰ পোৰণি নকমে। 'সমীৰদাৰ' ওচৰত সি চিৰদিন অপৰাধী হৈ ৰব লাগিব।

কিন্তু সমীৰক ক'লৈ নিয়া হ'ল? সমীৰ কলৈ গ'ল? কোন চিকিৎসালয়ত চিকিৎসাৰ ব্যৱস্থা কৰিছে?

অলকে একো নাজানে। তাৰ সমীৰদাৰ ঠিকনাটো সি ক'ত পাব? কোনে দিব?

মানুহ অৱস্থাৰ দাস। অৱস্থাত বন্দী মানুহৰ জীৱন। সময় মনৰ পোৰণিৰ জুৰণি।

নাপাহৰিব খুজিও অলকে সমীৰৰ কথা পাহৰি থাকিবলৈ বাধ্য হ'ল। অন্ততঃ পাহৰি থাকিবলৈ বাধ্য কৰালে। মাকৰ চিঠিখনে সৌৰবাই দিলে— বায়েক পাকলৰ বিয়ালৈ আৰু সৰহ দিন নাই। পাৰিলে বিয়াৰ দহ-পোন্ধৰ দিনমান আগতে যাবলৈ মাকে তাক মাতি পঠিয়াইছে। সি গৈ পালে অকলশৰীয়া মাকজনীৰ অকণমান সহায় হব।

"অই ৰুমমেট, কলেজৰ পৰা আহি আজি এবাৰ পানবজাৰলৈ যাম দেই। ওলাবি।"

"পানবজাৰত আকৌ কি কাম ওলাল? কিবা কিনিবি নেকি?"

"নহয় অ'। পাকলবাৰ বিয়া পালেহিয়ে নহয়। ভিভিৰ কিবা এডাল বনাবলৈ দিম বুলি ভাবিছোঁ। তই কিন্তু বিয়ালৈ মোৰ লগতে যাব লাগিব। মাই কি লিখিছে দেখিছই নহয়?" সন্মতিৰ আশাত অলকে ৰবীনৰ মুখলৈ চালে।

"বিয়া কেতিয়া?"

"দিন আৰু নায়েই। কেইদিনমানহে আছে। অহা সপ্তাহৰ বুধবাৰে আমি যাবই লাগিব।"

অলকে কলে।

তাৰ পিচত সিহঁত কলেজলৈ ওলাই গ'ল।

ৰবীনে ভাবিছিল: বিয়ালৈ যাব নোৱাৰিলেও কিবা এটা উপহাৰ দি পঠিয়াব লাগিব। কিন্তু কি দিব? আঙঠি এটা বেয়া নহব। কিন্তু আঙুলিৰ জোখ?

পাহাৰ বগাই কেবাজনো ছাত্ৰ ক্লাছলৈ আগবাঢ়ি গৈছিল। কিন্তু অলকে সিহঁতৰ লগত খোজ মিলাব নোৱাৰিলে। তাৰচোন ৰৰ ভাগৰ ভাগৰ লাগিল। ভৰি দুখন নিশকতীয়া যেন অনুমান হ'ল। কেইখোজমান গৈ সি ৰৈ দিলে। ল'ৰাবোৰে তালৈ লক্ষ্য নকৰি আগবাঢ়ি গ'ল।

এৰা, ফেৰিইন্‌জাইটিছে কেইসপ্তাহমানৰ পৰা তাক ৰবকৈ আমনি কৰিছে। খাব-বৰলৈ মন নাযায়। ভিভিটো মুৰমুৰায়। যোৱা দুমাহৰ পৰা মূৰৰ বিৰ আৰু জৰ প্ৰায় লাগিয়েই আছে। ডাক্তৰে কোৱা কথাযাৰ তেন্তে সঁচা নেকি? বুকুখনোচোন ধপ্‌ধপায়!

"কিহে অলক? তোমাৰ কি হৈছে? ইমান ক্ষীণাইছা যে!"

কথাবোৰ ভাবি ভাবি সি কেতিয়া আহি কলেজৰ সন্মুখত থিয় হৈছিল তালৈ তাৰ খেয়াল নাই। আকাশীতৰাৰ প্ৰশ্নত তাৰ তন্ময়তা ভাঙি গ'ল।

"ক্ষীণাইছো নেকি?" লেমেকা হাঁহি এটাৰে সি আকাশীতৰাৰ প্ৰশ্নৰ সঁহাৰি জনালে।

"খেমালি নহয় দেই। টেক কেয়াৰ অব্ ইউৰ হেলথ্। তুমি বৰ বিভুইছ হৈ গৈছা।"

প্ৰায় আদেশৰ সুৰত কোবাৰ দৰে কথাকেইষাৰ কৈ আকাশীতৰা ক্লাছলৈ সোমাই গ'ল। কোনেও নেদেখাকৈ অলকে মাথোন এবাৰ হাঁহিলে।

হাবধাৰ ভাল হৈছে। আঙঠিটোও বেয়া হোৱা নাই। কিন্তু ৰবীন সন্তুষ্ট হব পৰা নাই। ঠিক জোখৰ হয় বা নহয়। অলকে আশ্বাস দিছে: হব ৰুমমেট। ঠিকেই হব; বুইছ।

"তই পিচে কিবাকিবি টেবলেট কেইটামান লগত লবি। ডাক্তৰক দেখুৱাবলৈ কৈছিলো। নেদেখুৱালি। বিয়া ঘৰত অসুখ বেছি হবলৈ হলে ঘৰখনবো শান্তি নাইকিয়া হব। এতিয়া গা কেনে পাইছ? আজি জ্বৰ উঠিছিল নেকি?" ৰবীনে উপদেশৰ সুৰত কয়।

"চব ঠিক হৈ যাব। অকণমান অসুখ হলেই তইঁতে বৰকৈ ভয় খাব।"

"কিন্তু ইমান দিনে অসুখক লাই দি তই ভাল কৰা নাই। চিকিৎসা লব লাগিছিল।"

ঘৰলৈ যোৱাৰ এদিন আগতে ৰবীন আৰু অলকে কথা পাতিছিল।

আৰু এদিনৰ পিচত সিহঁতে আৰু বহুদিনলৈ ক্লাছ নকৰে। কিন্তু কলেজ বন্ধ নহয়। অলক ঘৰলৈ যাবগৈ। ৰুমমেটৰ অনুৰোধ এৰাব নোৱাৰি ৰবীনেও বিয়ালৈ যাবলৈ সন্মত হৈছে। এদিন আগতে সকলো যা-জোগাৰ কৰি বকুলনিলৈ যাবলৈ সিহঁত সাজু হৈ ৰ'ল। পাছ বুকত থকা পইচাখিনিও অলকে পোষ্ট অফিচৰ পৰা উলিয়াই আনিলে। সৰহ পইচা নহয়। মাত্ৰ ৰূপ ছুশ। সৰহখিনি টকা সোণ আৰু সোণাৰীক গঢ়নিৰ বানচ দিওঁতেই শেষ হ'ল। আঙঠিটো ৰবীনে বনাইছে। বিয়াৰ উপহাৰ।

চৌধুৰী চাৰৰ ক্লাছ নথকা হলে সিহঁতে পিচদিনাখনেই যাব পাৰিলে-হেঁতেন। কিন্তু চৌধুৰী চাৰৰ ক্লাছ খতি কৰিব নোৱাৰি। এদিন ক্লাছ

নকৰা মানেই বহুত লোকচান। গতিকে চৌধুৰী চাৰৰ ক্লাছটো কৰি পিচদিনাখন ৰাতিপুৱা ঘোৰাটোকে সিহঁতে সিদ্ধান্ত ললে।

অলকে কিন্তু গা ভাল পোৱা নাছিল। অসুখ একেদৰেই আছে। তথাপি যাবলৈ তাৰ অসুবিধা নহয়। যাব পাৰিব।

পিচদিনা আবেলি।

ক্লাছ আৰম্ভ হৈছিল। অধ্যাপক চৌধুৰীৰ বক্তৃতা অলকে সদায় মন দি শুনে। কিন্তু সিদিনা সি মনোযোগ দিব নোৱাৰিলে। প্লেটফৰ্মৰ ওপৰৰ চকিখনত বহি লেকচাৰ দি থকা অধ্যাপক চৌধুৰীৰ মুখখন লাহে লাহে অস্পষ্ট হৈ গ'ল। ভাঁহি উঠিল আন এখন ছবি। গাৱঁৰ; বকুলনিৰ। এখন বিয়া ঘৰৰ। চকুপানী টুকি টুকি মাকজনী ঘূৰি ফুৰিছে। কাৰোবাক কিবা কৈছে। ইটো-সিটো আগবঢ়াই দিছে।

হঠাতে অলক সচেতন হৈ পৰিল। নাকটো বৰ বেছিকৈ সুৰসুৰাই দিয়া যেন লাগিল; আৰু লগে লগে বৈ আহিল এজোলোকা তেজ। জেপৰ পৰা ৰুমালখন উলিয়াই নাকটো হেঁচি ধৰাৰ আগতেই নাকৰ পৰা ধাৰাসাৰে বৈ অহা তেজবোৰ তাৰ সন্মুখৰ ডেস্কখনত চিটিকি পৰিল। লৰালৰিকৈ ৰুমালখন উলিয়াই নাকটো হেঁচি ধৰিলে। ওচৰতে বহি থকা ল'ৰাকেইজনে একো বুজিব নোৱাৰি অধ্যাপক চৌধুৰীৰ মুখৰ পৰা দৃষ্টি ওভোতাই আনি তালৈ চাই পঠিয়ালে। অকস্মাতে এটা গুণগুণনিৰ সৃষ্টি হ'ল।

"ইজ ডেয়াৰ এনি ইণ্টাৰেষ্টিং—মাই ফ্ৰেণ্ডচ্?"

অধ্যাপক চৌধুৰীয়ে বাধা পাই বিৰক্তিৰে সুধিলে।

কিন্তু উত্তৰ দিয়া নহ'ল। তাৰ ওচৰতে বহা সাধন, সুব্ৰত, দেবহঁতে অলকক ধৰি-মেলি বাহিৰলৈ লৈ আহিল। আনমূৰৰ পৰা উঠি আহিল ৰবীন, প্ৰকাশ, অসীম, নব, বিপুল, অৰুন্ধতী আৰু আকাশীতৰা। ক্লাছৰ শান্তিপূৰ্ণ পৰিবেশটোৰ ঠাইত সৃষ্টি হ'ল এটা অবুজ উৎসুকতাপূৰ্ণ পৰিবেশ। ছাত্ৰবোৰৰ বহুতেই অলকৰ ওচৰলৈ ওলাই আহিব খুজিও থমকি ৰ'ল। কাৰণ অধ্যাপকৰ উপস্থিতিত ক্লাছৰ পৰা তেনেদৰে ওলাই অহাটো কোনো ছাত্ৰৰ কাৰণেই বাঞ্ছনীয় নহয়।

আচল কথাটো গম নাপালেও অধ্যাপকজনে বুজিছিল কিবা এটা অঘটন ঘটিছে। তেখেত বহাৰ পৰা উঠি আহি অলকৰ কাষ পালেহি। অলকক ৰুমালখন তেতিয়া তেজত ভুৰি গৈছে। আন এখন ৰুমালৰ তাৰ প্ৰয়োজন

হৈ পৰিছিল। ৰবীনে জেপৰ পৰা ৰুমালখন উলিয়াই অলকলৈ আগবঢ়াই দিলে। সেই মুহূৰ্তত্তে শাৰীৰ আঁচলটো চিৰি তাকৈ আগবঢ়াই দিছিল আকাশীতবাই।

অৱশেষত তেজ বন্ধ হ'ল।

ল'ৰাবোৰৰ কিছুমানে কলে : এন্নী।

আন কিছুমানে সন্দেহ কৰিলে : হাইপ্ৰেছাৰ।

ল'ৰাবোৰৰ মাজত আকৌ গুণগুণনি উঠিল। আলোচনা চলিল। বিভিন্ন জনে বিভিন্ন মতামত দিলে। অধ্যাপক চৌধুৰীয়ে অকণমান সময় মনে মনে থাকি সি ক'ত থাকে সুধিলে।

অলকৰ হৈ উত্তৰ দিলে ৰবীনে।

"ৰুমমেট কোন ?"—চৌধুৰীৰ প্ৰশ্ন।

ৰবীন এখোজ আগবাঢ়ি আহিল।

এটাৰ পিচত আন এটা প্ৰশ্নৰ উত্তৰ দি ৰবীনে অলকৰ অসুখটোৰ কথা অধ্যাপক চৌধুৰীক বিৱৰি কৈছিল। যোৱা কেইদিনমানৰ পৰা মাজে মাজে অলকৰ ব্লিডিং হৈছিল যদিও আজিৰ দৰে ইমান বেছি হোৱা নাছিল।

ৰবীনৰ কথাবোৰ শুনি চৌধুৰীয়ে যেন কিবা এটা চিন্তা কৰিলে। তাৰ পিচত কাগজ এখিলাত কিবা নম্বৰ এটা লিখি দি কলে : কাইলৈ যেনেতেনে ব্লাড টেষ্ট কৰাই লবা। এই নম্বৰটো মোৰ টকত নাই। হাস্পাতালত খবৰ কৰিবা। নাপালে কিনি আনি খাবলৈ দিবা। কোনোবা এজন বা দুজনে এওঁক হোষ্টেললৈ লৈ যোৱা। লেট হিম টেক ৰেষ্ট।

"কিন্তু চাৰ ; কাইলৈ......।"

অলকে কিবা এযাৰ কব খুজি আধা কোৱাকৈ বৈ গ'ল।

ৰবীনে বুজিছিল—সি কি কব খুজিছে।

"কাইলৈ চাৰ সি ঘৰলৈ নগলেই নহয়।" ৰবীনে অলকৰ আধা কোৱা কথাখিনি পূৰাই দিলে।

"নো, হি কান্ট। হি মাষ্ট টেষ্ট হিজ ব্লাড ফাৰ্ষ্ট।" অধ্যাপক চৌধুৰীয়ে আদেশৰ সুৰত কৈ আকৌ ৰুমৰ ভিতৰলৈ সোমাই গ'ল। অলকৰ কাৰৰ পৰা আঁতৰি যোৱাৰ ইচ্ছা নাছিল যদিও ছাত্ৰ-ছাত্ৰীবোৰে সিহঁতৰ চাৰক অনুসৰণ কৰিবলৈ বাধ্য হ'ল। অলকৰ ওচৰত ৰ'ল মাথোন ৰবীন, অসীম আৰু প্ৰকাশ।

ৰাতি।

ভাত খাই উঠাৰ পিচত সিহঁতে সিদ্ধান্ত লৈছিল: পিচদিনা ৰাতিপুৱা সিহঁত যাবগৈ। ঘৰৰ পৰা আহি তেজ পৰীক্ষা কৰাব। নহলে মাকজনীয়ে অকলে কি কৰিব? কোনফালে চম্ভালিব?

ৰবীন বিবুদ্ধিত পৰিল। অলকৰ কথাত যুক্তি নোহোৱা নহয়। তেজ পৰীক্ষা কৰিবলৈ হলে ৰাতিপুৱা সিহঁতৰ যোৱা নহবগৈ। অলক গৈ নাপালে মাকজনীয়ে ববকৈ চিন্তা কৰিব। অসুবিধাত পৰিব। আনফালে তেজ পৰীক্ষা কৰোৱাটোও অত্যন্ত প্ৰয়োজন। অৱশ্যে বিয়ালৈ কেবাদিনো আছে। এদিন পিচত গলেও হয়। কিন্তু সেইদিনা গৈ নাপালে মাকজনী অস্থিৰ হৈ পৰিব।

অৱশেষত ৰবীন সন্মত হ'ল। অলকৰ আগ্ৰহত বাধা দিব নোৱাৰিলে। ইমান তপতে তপতে তেজ পৰীক্ষা কৰিবলৈ তাৰ কি অসুখটো হৈছে? ডাক্তৰেতো কবই। ৰাতিপুৱা যোৱাটোকে থাটাং কৰি সিহঁত শুই থাকিল।

মানুহৰ আশাবোৰ সদায় নফলিয়ায়। নিয়তিয়ে বিধি পথালি দিয়ে।

অলকৰো সেয়ে হ'ল। ৰাতিপুৱা ৰবীন সোনকালেই শুই উঠিল। কিন্তু অলক উঠিব নোৱাৰিলে। শেষ নিশাৰ পৰা জ্বৰত সি ছটফটাই আছে। চকু-মুখ পুৰিছে। বিষত ফাটি যাওঁ ফাটি যাওঁ যেন লগা মূৰটো দাঙিব নোৱাৰি সি হতাশ হৈ পৰিল। অসহায় হৈ ৰবীনলৈ চাই ৰ'ল।

ৰবীনে সান্ত্বনা দিলে। বিয়ালৈ দিন আছে। সি যাব পাৰিব। দৰব খালে এদিনতে জ্বৰ এৰিব। অলপ পিচত সি তাক হাস্পাতাললৈ লৈ যাব।

'পাকলবাৰ বিয়া। মাই লিখিছে: তই আহিহে গাখীৰ-পানীৰ যোগাৰ কৰিব লাগিব।'

কথাবাৰ ভাবি অলক ছটফটাই উঠিল। কিন্তু সি অসহায়। ইচ্ছা হ'ল: সি যেন চিঞৰি চিঞৰি কান্দিব। ভগৱানক সুধিব: তুমি ইমান নিষ্ঠুৰ কিয় ভগৱান?

ৰবীনৰ সান্ত্বনাত অলকৰ মনলৈ ক্ষীণ আশা এটা ঘূৰি আহিল। গা ভাল নাপালেও সি আজি হাস্পাতাললৈ যাবই। এদিনতে জ্বৰ বেমিছন হোৱাৰ কাৰণে কিবা এটা ষ্ট্ৰং মেডিচিন দিবলৈ সি ডাক্তৰক কব। অনুৰোধ কৰিব। আৰু যেনেকৈ হওক ৰবীনক লগত লৈ কাইলৈ সি ৰাতিপুৱাই ঘৰলৈ যাবগৈ।

আঠমান বজাত জোৰকৈয়ে অলক বিছনাৰ পৰা উঠিল। হাস্পাতাললৈ যাবলৈ সাজু হ'ল। পাকঘৰৰ পৰা ৰবীনে আনি দিয়া গৰম পানীৰে মুখখন ধোৱাৰ পিচত তাৰ অকণমান সকাহ পোৱা যেন লাগিল।

জ্বৰটো বোধহয় কমিছে। অলপ পিচত এৰিব।

কিন্তু অলকে যি ভাবিছিল সেয়া নহ'লগৈ।

ৰবীনৰ মুখত অসুখৰ বিৱৰণ শুনাৰ পিচত ডাক্তৰ চক্ৰবৰ্ত্তীয়ে পৰীক্ষা কৰি তাক কৈছিল: চোৱা অলক, তোমাৰ কথাটো মই বুজিছো। কিন্তু এনেকুৱা অসুখীয়া গাৰে বিয়া ঘৰলৈ নোযোৱাই ভাল। হাস্পাতালাইজ কৰাৰ কাৰণে মই লিখি দিছো। বুইছা ৰবীন, লেট হিম টেক বেড ইন দা হ'চপিটাল।

চক্ৰবৰ্ত্তীৰ কথাকেইষাৰ যেন কথা নাছিল। তাৰ কাৰণে সেয়া আছিল হাতুৰীৰ আঘাত। প্ৰায় কন্দাৰ দৰেই তাক হাস্পাতালত ভৰ্ত্তি নকৰিবলৈ চক্ৰবৰ্ত্তী চাৰক সি অনুৰোধ কৰিলে।

কিন্তু চক্ৰবৰ্ত্তী অলৰ অচৰ।

অন্য ৰোগী হোৱা হলে সুকীয়া কথা। ৰোগীৰ ইচ্ছাৰ বিৰুদ্ধে ডাক্তৰে হাস্পাতালাইজ কৰিব নোৱাৰে। কিন্তু মেডিকেল কলেজৰ ছাত্ৰ হিচাপে অধ্যাপক চক্ৰবৰ্ত্তীয়ে তাক হাস্পাতালত ভৰ্ত্তি কৰিবলৈ বাধ্য হ'ল। ছাত্ৰৰ প্ৰতি অধ্যাপকসকলৰ এটা দায়িত্ব আছে; কৰ্ত্তব্য আছে। সেই কৰ্ত্তব্য তেওঁ আওহেলা কৰিব নোৱাৰে।

এখন ব্লাড্ ফিল্ম।

চিকিৎসাৰ আগতে প্ৰকৃত অসুখ নিৰ্ণয়ৰ কাৰণে প্ৰত্যেক ৰোগীৰে তেজ পৰীক্ষা কৰা হয়। চিৰিঞ্জেৰে লোৱা মাথোন কেইটোপালমান তেজ।

এখন ব্লাডফিল্ম আৰু লিচ্‌মেইন ষ্টেইন্।

আৰু ৰাসায়নিক ক্ৰিয়াত সৃষ্টি হোৱা এটা ৰং; বেঙুনীয়া।

অণুবীক্ষণ যন্ত্ৰৰ তৈজলৈ জুমি জুমি চোৱা এজন পেথল'জিষ্ট; আৰু কাষত তেজ পৰীক্ষাৰ পিচত পূৰাবলগীয়া এখন উকা ফৰ্ম।

পেথল'জিষ্ট হাজৰিকা শঁচাকৈয়ে ব্যস্ত আছিল। টেবুলখনৰ ওপৰত পৰীক্ষা কৰিবলৈ বাকী থকা ভালেমান ব্লাড চ্যাম্পলৰ বটল। কিন্তু হাজৰিকাই তাক সৰহ সময় ৰখাই থব নুখুজিলে। চিঠাৰ এজনীয়ে ভৰাই দিয়া তেজৰ সৰু বটলটো ৰবীনৰ হাতৰ পৰা লৈ তাক তিতৰলৈ মাতিলে।

"ভিতৰলৈ আহাঁ ৰবীন। ৰিপৰ্টটো লগে লগে লৈ যাবা। অলকৰ কেচ যেতিয়া……।"

হাজৰিকাই বাক্যটো পূৰাকৈ নকলে।

লেবৰ'টৰীৰ প্ৰত্যেকজন কৰ্মীয়ে ৰবীন, অলক, অসীম আৰু প্ৰকাশক চিনি পায়। মৰম কৰে। ভাল পায়।

ব্লাড ফিল্মখনত কিছু সময় দৃষ্টি স্থিৰকৈ ৰাখি পেথল'জিষ্ট হাজৰিকাই সন্মুখৰ খিৰিকীখনৰ পৰ্দাখন আঁতৰাই দিলে। খিৰিকীৰে বাগৰি অহা দিনৰ উজ্জ্বল পোহৰত ব্লাড ফিল্মখন পৰীক্ষা কৰাত হাজৰিকা পুনৰ ব্যস্ত হৈ পৰিল। কিন্তু বাৰে বাৰে ব্লাড ফিল্মখন নিৰিখি চোৱা হাজৰিকাই যেন নিজকে বিশ্বাস কৰিব পৰা নাই। আন এখন স্লাইডত তেজ কেইটোপালমান লৈ লিচ্‌মেইন ষ্টেইন্ এটোপাল মিহলাই দিলে। মাইক্ৰস্কোপ ষ্টেজৰ পৰা আগৰ স্লাইডখন আঁতৰাই নতুনকৈ বহুৱা স্লাইডখনলৈ কিছু সময় স্থিৰ হৈ চাই ৰ'ল। তাৰ পিচত পোহৰত ফট্‌ফটিয়াকৈ জিলিকি উঠা ব্লাড ফিল্মখন তেনেদৰে এৰি থৈ মলিন মুখ এখনেৰে পেথল'জিষ্ট হাজৰিকা আন এটা কোঠালৈ আঁতৰি গ'ল।

ৰবীনৰ বুকুখন চিৰিংকৈ উঠিল।

কি হ'ল ?

হাজৰিকা তেনেদৰে নিঃশব্দে আঁতৰি গ'ল কিয় বাৰু ?

তেজত কি এনে গুৰুতৰ বীজাণু দেখা পালে যে তেওঁ মুখেৰে কথা কব নোৱাৰা হৈ গ'ল ? মাতিব নোৱাৰিলে ?

মেলেৰিয়া, কলাজ্বৰ, টাইফয়েড, যক্ষা ?

তাৰ বাহিৰে আৰু কি হব পাৰে ?

ৰবীন কেইখোজমান আগুৱাই গ'ল।

খিৰিকীৰে পোহৰৰ লগতে অণুবীক্ষণ যন্ত্ৰটোৰ আয়নাখনৰ ওপৰত আকাশৰ পৰা মেঘৰ প্ৰতিবিম্ব পৰিছেহি। কলাকল লিখিবলৈ থোৱা কাযৰ উকা কৰ্মখন সি আঁতৰাই থলে। তাৰ পিচত লাহে লাহে মূৰটো তললৈ নমাই ব্লাডফিল্মখনলৈ চাই পঠিয়ালে।

কিন্তু এয়া সি কি দেখিছে ?

এয়া আনো সম্ভৱ ? সঁচা ? দৃষ্টিশক্তি তাৰ ম্লান হৈ গ'ল নেকি ?

নহয়, নহয়, নহয়। কেতিয়াও হব নোৱাৰে। নহয়। সি ভুল দেখিছে।

তাৰ ভুল হৈছে। এয়া অলকৰ তেজ হ'বই নোৱাৰে। আন কাৰোবাৰ। চিষ্টাৰে নিশ্চয় ভুল কৰিছে।

ৰবীনৰ উশাহবোৰ থৰ হৈ আছিল। হৃদপিণ্ডটো যেন মন্থৰ হৈ প'ল। হাওঁকাওঁ দুটা যেন স্পন্দনহীন শিলাখণ্ডৰ দৰে হৈ পৰিল নিস্পন্দ। আটাইবোৰ শিৰ থুপ খোৱা কপালখনত বহুতো ঘামৰ টোপাল বিৰিঙি উঠিল।

তাৰ সেই অসহায় অৱস্থাটো দেখি ব্লাড স্লাইডখনত দেখা হাজাৰ-বিজাৰ মায়েলয়ড চেলৰ মাজৰ পৰা ভাঁহি উঠা পাপুৰ মুখ এখনে যেন শেঁতা হাঁহিৰে তাক সান্ত্বনা দিছে: এনেকুৱাই হয় কমৰেড। এয়া সঁচা দোস্ত; সঁচা। এয়ে আমাৰ জীৱন। অপূৰণ আশা লৈ আমি সদায় উভতি যাওঁ। কিন্তু জান ৰবীন, এই আশা মোৰ নাছিল: আছিল দেউতাৰ।

আৰু?

ৰবীনে দেখিছিল: অলকৰ স্নেহপূৰ্ণ মলিন মুখখনৰ পিচফালে মায়েলয়ড চেলবোৰৰ ফাঁকে ফাঁকে ভাঁহি উঠিছে—এখন গাওঁ; এখন ঘৰ। ৰীতিমণি, পুলক, পাৰুল আৰু অসহ্য যন্ত্ৰণাত স্থবিৰ হৈ যাব খোজা এজনী মাতৃৰ এখন অসহায় কৰুণ মুখ। আৰু তাৰ পিচফালে থিয় হৈ আছে অলক। নিৰ্বাক, নিস্পন্দ; যেন এটুকুৰা শিলাখণ্ড; পাষাণ মূৰ্তি।

তাৰ পিচত এটা এটাকৈ আটাইবোৰ হেৰাই গ'ল। থিয় হৈ থাকিল মাথোন নিৰ্বিকাৰ অলক। স্পষ্টকৈ জিলিকি উঠিল: এটা দুটা—বহুত মায়েলয়ড চেল। সহস্ৰ, অযুত; অলেখ।

লিউকিমিয়া। ব্লাড কেন্সাৰ।

"ব্লিডিং ফ্ৰম দি ন'জ ইজ এ ভেৰি ইম্পৰটেণ্ট চিম্পটম অৱ্ লিউকিমিয়া চাৰ।"

এয়া ডাঃ চৌধুৰীয়ে এদিন ক্লাছত সোধা প্ৰশ্নৰ অলকে দিয়া উত্তৰ।

সিদিনা সি উত্তৰ দিছিল—থিওৰেটিকেল। আজি হাস্পাতালৰ বেডত শুই উত্তৰ দিছে—প্ৰ্যাক্টিকেল।

দুহাতেৰে টেবুলখনত হেঁচা মাৰি ধৰি ৰবীন থিয় হৈ ৰ'ল।

এনেতে দূৰৰ গীৰ্জাটোৰ পৰা ভাঁহি আহিল প্ৰাৰ্থনাৰ ধ্বনি। শান্তি বিচৰা মানৱৰ আকুল কণ্ঠস্বৰৰ এটা শান্ত ঐক্যতান।

এটাৰ পিচত আন এটা আঘাত।

এই আঘাত সহ্য কৰিবলৈকে যেন ৰবীন এইখন হোষ্টেললৈ আহিছিল।

ৰবীন, প্ৰকাশ আৰু অসীম।

সিহঁত যেন প্ৰত্যেকেই একো একোটা ঐক্যকেন্দ্ৰিক বৃত্ত। কেন্দ্ৰ সমীৰ; তাৰ পিচত অলক।

কিন্তু সেই সময়ত ৰবীনৰ বাহিৰে ছিক ৰুমৰ ছয় নম্বৰ বেডখনৰ ওচৰত কোনো নাছিল।

"ৰুমমেট।"

"হু।"

"কাইলৈ পাৰুলবাৰ বিয়া।"

"ওঁ।"

"মই আৰু যাব নোৱাৰিলোঁ ৰুমমেট। মোৰ যোৱা নহ'ল। তহঁতে কৈছ: মোৰ একো হোৱা নাই। কিন্তু চক্ৰবৰ্তী, চৌধুৰী চাৰহঁতে মোক ঘৰলৈ নিদিলে। মাত্ৰ তিনিদিনৰ কাৰণেও তেখেতসকলে মোক ৰিলিজ নিদিলে। ঘৰখনত যে কি অৱস্থা হৈছে—মই ভাবিবই নোৱাৰোঁ ৰুপমেট। মই নোযোৱা কাৰণে মায়েৰা কি ভাবিছে?"

অলকৰ মাতটো থোকাথুকি হৈ পৰিল।

ৰবীনৰ উত্তৰ দিব পৰা ক্ষমতা নাছিল।

বহু সময়ৰ মৌনতাই সিহঁতৰ ওচৰৰ বতাহখিনি গধুৰ কৰি তুলিলে।

মুহূৰ্তবোৰ লাহে লাহে পিচলি যায়। কিন্তু মৌনতা ভাঙি কথা কোৱাৰ কাৰো সাহস নহ'ল। অৱশেষত আকুল স্বৰত অলকে চিঞৰি সুধিলে: তহঁতে মোক সঁচা কথা নকৰ কেলেই ৰুমমেট? মোৰ কি অসুখ যে মই ঘৰলৈ যাব নোৱাৰোঁ? ঘৰলৈ গলে যদি মোৰ মৃত্যু হয় তেন্তে সেয়াও ভাল। এই সময়ত মোৰ উপস্থিতি যে ঘৰখনত অত্যন্ত প্ৰয়োজন ৰুমমেট।...

"জানো। কিন্তু......।"

"এৰা, কিন্তু। চাৰহঁতে মোক ঘৰলৈ নিদিয়ে। নেযাওঁ—নেযাওঁ। মই নেযাওঁ পাৰুল বাইদেউ। তোৰ বিয়ালৈ মই যাব নোৱাৰিলোঁ। হাস্পাতালৰ শাসনত মই বন্দী। মা—মই নোৱাৰিলোঁ মা। তোমাৰ পাৰুলক তুমিয়েই সজাই-পৰাই উলিয়াই দিবা মা। দেউতা নোহোৱা ঘৰখনত যদি তুমি ইমানখিনি কৰিব পাৰা—তেন্তে মই নোহোৱাকৈ পাৰুল বাইদেউক সজাই-পৰাই উলিয়াই দিব নোৱাৰিবা কিয়?"

ভঙা ভঙা মাতেৰে নাটকীয় স্বৰত কথা কোৱা অলকৰ বুকুখন বেদনাত ভাঙি যাব খুজিছিল। কিন্তু সি কান্দিব নোৱাৰিলে।

ৰবীন অধৈৰ্য্য হৈ পৰিল। সি যেন কব: তই চিঞৰি চিঞৰি কান্দ কমমেট। তথাপি এনেদৰে মৰ্মন্তুদ কথাবোৰ নকবি।

অলকে নেদেখাকৈ সি চকুপানীখিনি মচি পেলালে।

"মই নোৱাৰিলোঁ কমমেট। কিন্তু তই পাৰিবি। পাৰিবই লাগিব। কাইলৈ ৰাতিপুৱাই গৈ তই মাক কবি: মই যাব নোৱাৰিলোঁ। চিকিৎসকৰ মতমত মই বন্দী। টকা দুশ মাক দিবি। ছাৰধাৰ পাকলবাৰ ভিতিত তই নিজহাতে পিন্ধাই দি কবি: অসীম শ্ৰদ্ধা আৰু মৰমৰ বাহিৰে মোৰ আৰু একো নাই। একো দিব নোৱাৰিলোঁ। ক কমমেট—যাবি?"

"ওঁ।" বুলি চিটাবজনীক গৰম পানী এগিলাছ দিবলৈ কোৱাৰ চেলু লৈ ৰবীন আঁতৰি গ'ল। আন এটা কোঠাত সোমাই চকু-মুখবোৰ ধুই ললে। তাৰ পিচত আকৌ অলকৰ ওচৰত বহিলহি।

মাকজনীয়ে অশেষ কষ্টেৰে ধৈৰ্য্য ধৰিছিল।

পাকলে কান্দিছিল।

ৰীতিমণি আৰু পুলকে নতুন কানি-কাপোৰ পিন্ধি বিয়াৰ ধদমৃদমত মানুহবোৰৰ মাজত ক'ৰবাত ঘূৰি ফুৰিছে।

ৰবীনে অলকৰ মাকৰ হাতত দুশ টকা দিয়া নাছিল। দিছিল তাতকৈও বহুত বেছি। অসীম আৰু প্ৰকাশেও অলকৰ মাকক দিবলৈ কিছু টকা ৰবীনৰ হাতত দি পঠালে। অলকে কিন্তু সেই কথা নাজানে। সিইত তিনিজনে দি পঠিওৱা টকাখিনিৰ লগতে ৰবীনে নিজৰ পৰাও কিছু টকা লগ লগাই মাকজনীলৈ আগবঢ়াই দিওঁতে মাকজনীয়ে কান্দিছিল। টকাখিনি বহুপৰলৈ হাত পাতি লব পৰা নাছিল। কিন্তু ৰবীনৰ বুজনিত লৈছিল। বাৰে বাৰে তাক অলকৰ কথা সুধি শুনা-নুশুনা মাতেৰে প্ৰাৰ্থনা জনাইছিল: ভগৱান, মইনাকণক সোনকালে আৰোগ্য কৰি দিয়া প্ৰভু।

তাৰ পিচত কৈছিল: জানা মইনা, সি আহিব নোৱাৰা কাৰণে মই বিমান আঘাত পাইছোঁ—আহিব নোৱাৰি সি তাতকৈও বেছি আঘাত পাইছে। কি কৰিবা? মোৰেই অদৃষ্ট। মই বৰ হতভাগিনী।

"শুভদিনত তেনেদৰে কব নাপায় মাহীদেউ।"

লাহনা দিয়াৰ সুৰভ ৰবীনে বুজালে।

"নিজৰ ঘৰৰ ল'বাৰ দৰে বেড়িয়া আহিছা—বিকল পাৰা কৰিবা আৰু। যইনো কি কম? মাইকী মানুহজনীয়ে কোনফালে চাম? কিমান চলালিম?"

উত্তৰ নিৰৰ্থক।

তথাপি অশোভনীয় হয় বুলি সি কিবা এষাৰ কব খুজিছিল। তেনেতে দুজনমানে আহি জলপান খাবলৈ তাক ভিতৰলৈ টানি লৈ গ'ল।

সিমানতে অন্ত পৰা হলেও ভাল আছিল। কিন্তু নপৰিল। এটাৰ পিচত আন এটা অসহনীয় মুহূৰ্ত আহি ৰবীনক যেন পাষাণ কৰি থৈ গ'ল। অস্থিৰ কৰি তুলিলে।

দৰা অহা সময়ৰ উথল-মাথল পৰিবেশটো লাহে লাহে শান্ত হৈ আহিল।

শেষ নিশা।

চোতালত থুপ খাই বহা মানুহজাকৰ সন্মুখত একুৰা জুই। হোমাগ্নিৰ শিখা। সেই পোহৰত সি দেখা পালে: দুটা জীৱন এক হোৱাৰ শপত খোৱা এহাল নাৰী-পুৰুষ। এটা নতুন জীৱন ৰচাৰ পাতনি।

চোতালৰ এচুকৰ শেৱালিজোপাৰ তলত থিয় হৈ ৰবীনে একেথৰে চাই ৰ'ল। সেইজোপা শেৱালি—তাৰ চিনাকি শেৱালি। শেৱালিজোপাক সি চিনি পায়। সেইজোপা শেৱালিৰ তলতে থিয় হৈ দুবছৰ আগতে সি দেখিছিল আন এটা শিখা। শৈতা—ম্লান।

আৰু আজি? সিদিনাৰ ম্লান শিখা জলা সেই একে ঠাইখিনিতে জলি উঠিছে এটা উজ্জ্বল শিখা; হোমাগ্নিৰ।

হোমাগ্নিৰ জুই আৰু এটা মাটিৰ চাকিৰ শিখা।

কিমান প্ৰভেদ!

এনেতে কোনোবা এজনে চিঞৰি কোৱা তাৰ কাণত পৰিল: কইনা পক্ষৰ উপহাৰ দিব লাগে।

ৰবীন সচেতন হৈ পৰিল।

জেপৰপৰা হাৰখাৰ আৰু আঙঠিটো উলিয়াই হাতত ললে।

কিন্তু?

এইখন বিয়ালৈ যিজন অহাৰ অত্যন্ত প্ৰয়োজন আছিল সেইজন নাছিল। আৰু যিজন নহা হলেও হ'লহেঁতেন সেইজন আহিল। কিন্তু সেইজনে কি কৰিব?

"তই মোক ক্ষমা কৰ অলক। মই নোৱাৰিলোঁ। পাকলবাৰ তিতিত হাৰধাৰ পিন্ধাই দিয়াৰ শক্তি মোৰ নাই।" অস্ফুট স্বৰত ৰবীনে নিজকে কৈ অলকৰ ওচৰত যেন ক্ষমা খুজিলে।

"কইনা পক্ষৰ আৰু কোনোবাই কিবা দিব নেকি ?"

চিঞৰি কোৱা মাতবাৰত চাৰিওফালে সি চাই পঠিয়ালে। তাৰ তীক্ষ্ণ দৃষ্টিয়ে মানুহজাকৰ মাজত বিচাৰি ফুৰিছিল—পুলক অথবা ৰীতিমণিক।

হঠাতে তাৰ চকুত পৰিল দৰা-কইনাৰ অলপ আঁতৰতে বহি আছে পুলক। সি আগবাঢ়ি গৈ হাৰধাৰ আৰু আঙঠিটো পুলকৰ হাতত গুজি দি কিবা এষাৰ কৈ আকৌ আঁতৰি আহিল। সি কি কৈছিল নিজেই নাজানে।

"এয়া কইনাৰ ডাক্তৰ পঢ়া ভায়েকে দি পঠিয়াইছে—এধাৰ সোণৰ হাৰ আৰু এটা সোণৰ আঙঠি।"

কাৰোবাৰ উচ্চ কণ্ঠ এটাই সকলোৰে শুনাকৈ কোৱা কথাষাৰ ভাঁহি আহি তাৰ কাণত পৰিল।

কিন্তু তাৰ ভাব হ'ল আৰু যেন কিবা এটা মূল্যবান উপহাৰ দিবলৈ বাকী ৰৈ গ'ল।

কিন্তু কি ?

"কিয়, তোৰ মনত পৰা নাই কমযেট ? মই যে কৈছিলোঁ : অসীম শ্ৰদ্ধা আৰু মৰমৰ বাহিৰে মোৰ আৰু একো নাই।"

ৰবীন উচপ্‌ খাই উঠিল। তাৰ সন্মুখত থিয় হৈ আছে অলক। সি চিঞৰি দিব খুজিছিল : অলক। তই ?

কিন্তু পিচ মুহূৰ্ততে ৰবীন সংযত হৈ পৰিল। তাৰ নিজৰ ওপৰতে ধিক্কাৰ জন্মিল। সি ইমান দুৰ্বল নে ? শুভদিন এটাত অতীতক লৈ ইমান তন্ময় হৈ পৰাত কি যুক্তি আছে ?

নিজকে ধমক দিয়া ৰবীনৰ মনটোচোন তথাপি অবাধ্য হৈ পৰিল। বাৰে বাৰে তাৰ চকুৰ আগত ভাঁহি উঠিল এখন ছবি। উজাগৰী নিশাত হাস্পাতালৰ বেডত ছটফটাই আছে অলক। বৈ বৈ সি তাৰ হাতৰ ঘড়ীটোলৈ চাইছে।

ৰবীনেও চালে। হাতৰ ঠাৰিত বান্ধি থোৱা ঘড়ীটোৰ ডায়েলত নিশা তিনিটা পৰুজিশৰ সময় সঙ্কেত।

ৰবীনৰ চকুত পৰিল : হোমাগ্নিৰ শিখা তেতিয়া নুমাই গৈছে। উদং হৈ পৰি আছে পূজাৰ বেদী।

তাৰ হমুনিয়াহ এটা বৈ আহিল। এনেয়ে।

কিন্তু সি নাজানিলে ঠিক সেই সময়তে উদং হৈ গৈছিল আন এখন পূজাৰ বেদী। মানৱ সেৱাৰ থাপনা। চিকৃকমৰ ছয় নম্বৰ বেড।

সেইজন যাত্ৰীয়ে যোৱাৰ আগতে যেন কৈ থৈ গ'ল : যাওঁ দেই পাকলবা। দেউতাক কমগৈ—'তোমাৰ আশাবোৰ চিৰদিনেই অপূৰণ হৈ ৰ'ল দেউতা।'

হোমৰ জুইৰ ধোঁৱাবোৰ তেতিয়া উৰি উৰি ক'ৰবাত হেৰাই গৈছে। নুমাই যোৱা এঙাৰবোৰৰ মাজত জুই নাই। আছে মাথোন পুৰি ছাই হৈ যোৱাৰ স্বাক্ষৰ।

## ॥ ষোল ॥

সময় উকলে। দিন বাগৰে। মানুহবোৰ সলনি হয়।

শেষ পৰীক্ষাৰ পিচত ছাত্ৰ-ছাত্ৰীবাস কেইটাই কেইদিনমানলৈ নিজাক মাৰে। বিজুলী চাকিবোৰ নুমাই যায়। শেষ নিশালৈ জিলমিলাই থকা কোঠাবোৰ এন্ধাৰ হৈ পৰে। উদং হৈ পৰা ছাত্ৰাবাসকেইটা তেতিয়া কিবা উকঙা উকঙা লাগে। শোক শোক লাগে।

ছটা বছৰৰ সম্বন্ধ বিচ্ছিন্ন কৰি কৈশোৰ আৰু প্ৰথম যৌৱনৰ হেজাৰ স্মৃতি এৰি থৈ যাবলৈ ওলোৱা ছাত্ৰ-ছাত্ৰীবোৰৰ মনবোৰ সিদিনা গধুৰ হৈ পৰে। চকুবোৰ চলচলীয়া হয়। হোষ্টেলখনলৈ তেতিয়া কিবা এটা বেলেগ নতুন মমতা জন্মে। নিজৰ কোঠাটোলৈ চাই চাই চকুলো মোহাৰে।

এদিন প্ৰত্যেকজন ছাত্ৰ-ছাত্ৰীৰ জীৱনলৈ এই দিনটো আহে। প্ৰতি বছৰে নতুন চামে পুৰণিচামক বিদায় দিয়ে। অসীমহঁতেও এটা এটাকৈ কেবাটাও দলক বিদায় দিছিল। সিদিনাও সিহঁতৰ মনবোৰ সেমেকিছিল; কন্দেকীয়া। কিন্তু আজিৰ দৰে সিহঁতে অনুভৱ কৰা নাছিল: বিদায়ৰ যন্ত্ৰণা সঁচাকৈয়ে কিমান মৰ্মস্পৰ্শী।

বনশ্ৰীলতা, জুবি, পাপৰি, ইনা-অৰুণাহঁত পৰীক্ষাৰ পিচদিনাখনেই গ'লগৈ। ৰবীন, প্ৰকাশ, নৱ-বিপুলহঁতেও এজন এজনকৈ হোষ্টেল এৰি কেতিয়াবাই গুচি গৈছিল। কিন্তু যোৱা নাছিল মাথোন অসীম। ঘৰৰ পৰা পঠিওৱা মাণিঅৰ্ডাৰখনলৈ অপেক্ষা কৰাৰ ছেলু লৈ সি আটাইবে শেষলৈ ৰৈ গ'ল। ইচ্ছা কৰা হলে মাণিঅৰ্ডাৰখনলৈ অপেক্ষা নকৰা হলেও তাক হ'লহেঁতেন।

আচলতে ইমান বছৰৰ মমতা বিচ্ছিন্ন কৰি হোষ্টেলখন এৰি যাবলৈ তাক বৰ বেয়া লাগিছিল। পিচত গলেও কোনো ক্ষতি নহয় যেতিয়া আৰু কেইদিনমান সি ৰৈ যাব।

কিন্তু ৰব খুজিলেই ৰব নোৱাৰি। ৰোৱা নাযায়।

উদং হোষ্টেলখনত তাৰ দেখোন কিবা উকডা উকডা লাগিল। খালি হৈ পৰি থকা ৰুমবোৰ দেখিলেচোন চকুপানী ওলাব খোজে। কেবাদিনো 'এই ৰুমমেট' বুলি প্ৰকাশক চিঞৰি সি অপ্ৰস্তুত হৈ পৰিছে। প্ৰকাশ যে নাই—ঘৰলৈ গ'লগৈ সেই কথা তেতিয়া তাৰ মনতেই নাথাকে।

অৱশেষত সিও এদিন যাবলৈ ওলাল। টালি-টোপোলা বান্ধি সাজু হ'ল।

কোঠাটোৰ চাৰিওফালে চাই অসীমৰ কান্দি দিবৰ মন গ'ল। উদা খাটখনৰ ওপৰত তলা লগোৱা এটা ট্ৰাঙ্ক আৰু হোল্ডঅ'লত বন্ধা এখন বিছনা। কোঠাটোৰ অ'ত ত'ত সিঁচৰিত হৈ পৰি আছে ফটা কাগজ; ইন্‌ল্যাণ্ড আৰু প'ষ্টকাৰ্ডত লিখা পুৰণি চিঠি; মামৰ লাগি যোৱা দুই-এখন ব্লেড। চিলভাৰ প্ৰিন্স, টৰাচ্‌মিক আৰু অশোক। প্ৰকাশৰ টেবুলখনত বৈ পৰা চিয়াহীৰ পুৰণি দাগ।

'মই আজি যামগৈ। বিদায়।'

অসীমৰ মুখেৰে আপোনা-আপুনি ওলাই আহিল। কিন্তু কাক কলে? উদং হৈ পৰি থকা খাটদুখনক? চকি-মেজবোৰক—নে ইমানদিনে সিহঁতক আশ্ৰয় দি অহা মৰমৰ কোঠাটোক?

কাপোৰ থবলৈ বেৰত ফিক্সড কৰা হেঙাৰডাল প্ৰকাশে এৰি থৈ গ'ল। তিতা গামোছা, গেঞ্জি, আন্ডাৰওৱেৰ, ৰুমাল আৰু পায়জামা মেলি দিবলৈ বহুদিন আগতে বন্ধা ৰচিডাল সি খুলিব পৰা নাই। খুলিব খুজিলেই দেখোন কান্দোন ওলাব খোজে। খাটৰ তলত পৰি থকা প্ৰকাশৰ ছিঙা বুক শাৰ্ট আৰু গোবোহা ক্ষয় যোৱা ছিঙা ফিটাৰ হাৱাই চেণ্ডেলযোৰেও যেন তাক আজি কিবা এটা কব খুজিছে। বিদায় যাচিছে। সিহঁতে যেন তাক কৈছে: তোমালোকে আমাক এৰি গুচি যাবাগৈ—নহয় অসীম? যোৱাগৈ।

যোৱা ছবছৰৰ চিনাকি কোঠাটোৰ প্ৰত্যেকটো বস্তুৱেই যেন আজি সজীৱ; জীৱন্ত। বিদায় মুহূৰ্তত চল্‌চলীয়া চকুৰে যেন তালৈ চাই আছে। সদায় চোৱাৰ দৰে তাৰ পঢ়া মেজখনৰ ওচৰৰ চিনাকি খিৰিকীখনেৰে শেষবাৰলৈ সি বাহিৰলৈ চাই পঠিয়ালে। নিতৌ নতুন ৰূপ লৈ গঢ়ি উঠা এখন পুৰণি চহৰ; গুৱাহাটী। 'চেভেনটি মিলিমিটাৰ ক্লিপত' দেখা এখন স্থিৰচিত্ৰ।

লৰালৰিকৈ সি কোঠাটোৰ পৰা ওলাই আহিল। আৰু নোৱাৰি। কোঠাটোৰ কৰুণ পৰিবেশটো তাৰ সহ্য নহ'ল।

হাতৰ ঘড়ীটোলৈ চালে।

কোঠাটোৰ পৰা ওলাই আহি সন্মুখৰ কৰিড'ৰটোতে সি থিয় হৈ ৰ'ল। টিলাটোৰ ওপৰত সৌটো ছাত্ৰীবাস। বনশ্ৰীলতাৰ ৰুমৰ খিৰিকীখন বন্ধ।

'এৰা, বনত বহুত লতাই গজে। কোনোবা এজোপা গছক আশ্ৰয় কৰি ওপৰলৈ বগায়। তাৰ পিচত এদিন শুকাই মৰহি যায়। কেৱে তাৰ খবৰ নাৰাখে। নলয়। 'বনৰ লতা বনেতে হেৰায়।'

কথাষাৰ ভাবি অসীমৰ নাকেৰে তপত নিশ্বাস এটা বৈ আহিল। টেবুলৰ ওপৰত সদায় এপাহ ফুলেই সি সজাই থৈছিল, দুপাহ থোৱাৰ প্ৰয়োজন আৰু নহ'ল। তাৰ পিচত এদিন সেই এপাহ ফুলো বিচাৰি আনিবলৈ তাৰ মন নোযোৱা হ'ল। প্ৰকাশে ঠিকেই কৈছিল: এৰা, তালেই কৰিছু অসীম, মানুহৰ জীৱনটোক কেতিয়াবা এপাহ ধুনীয়া ফুল বুলি ভুল কৰিব পাৰি। কিন্তু জীৱনটো ফুল নহয়। মানুহ কেতিয়াও ফুল হব নোৱাৰে। বুইছ?

কথাবোৰ হঠাতে কিয় আজি তাৰ মনত পৰি গ'ল সি নাজানে।

ৰিক্সাৱালাটোৰে বেডিং আৰু বাকচটো লৈ তললৈ নামি গ'ল। হোষ্টেলটোৰ চাৰিওফালে এবাৰ চাই অসীম লাহে লাহে আঁতৰি আহিল। তাৰ ৰুমটোৰ পৰা কেইটামান ৰুম চেৰাই আহি হঠাতে সি বৈ গ'ল। পিচলৈ ঘূৰি চালে। সিহঁতৰ ৰুমটোৰ দুৱাৰখন সি আলফুলকৈ বন্ধ কৰি দিলে। তাৰ পিচত আকৌ আঁতৰি আহিল।

মন্থৰ পদক্ষেপ। ভাৰাক্ৰান্ত মন।

এটাৰ পিচত আন এটা ৰুম পাৰ হৈ যাওঁতে তাৰ বহুত কথাই মনত পৰি গ'ল। স্মৃতিয়ে জুমুৰি দি ধৰিলে।

এটা অভিশপ্ত কোঠালী। ছুশ তিনি নম্বৰ ৰুম।

নয়নজ্যোতি নাই। বৰ্ণালীৰ বৰ্ণছটা বিচাৰি হেৰাই গৈছে। কিন্তু ৰৈ আছে তাৰ অতৃপ্ত আত্মা। কামনা, বাসনা।

অসীমৰ ভাব হ'ল: বন্ধ কোঠাটোৰ বিছনা এখনৰ ওপৰত যেন শুই আছে এটা মৃতদেহ। শান্ত; চিৰনিদ্ৰিত। স্বপ্নময়।

নয়নজ্যোতিৰ কোঠাটোত আজিকালি কোনো নাথাকে।

তাৰ কাৰৰ ৰুমটোতে আছিল সমীৰ। এটা চিনাকি ৰুম।

সিহঁতৰ সকলোৰে শ্ৰদ্ধাৰ সমীৰদাই মদ খায়। কিন্তু হুলস্থুল নকৰে। কাকো আমনি নিদিয়ে। সকলোকে ভাইজান বুলি মৰম কৰে। অৱশেষত

সি এদিন হুলস্থুল আৰম্ভ কৰিলে। সেই হুলস্থুলত কিছুমান বিৰক্তও হ'ল; আৰু কিছুমান হৈ পৰিল মৰ্মাহত।

তাৰ পিচত আকৌ শান্ত। নিৰ্বিকাৰ।

সিহঁতৰ সমীৰদা এদিন আঁতৰি গ'ল। ক'লৈ গ'ল সেই কথাও সিহঁতে নাজানে।

সমীৰৰ কোঠাটো চেৰাই অসীম চিৰিকেইটাৰ পিনে আগুৱাই আহিল। তাৰ পিচৰ ক্ৰম তিনিটাৰ ভিতৰত সি কেতিয়াও সোমোৱা নাই। সেই কোঠাকেইটাত কেইজনমান জুনিওৰ ছাত্ৰ থাকে। কেতিয়াবা ভেটাভেটি হলে 'অসীমদা' বুলি তলমূৰ কৰে।

নৰ চৌধুৰী আৰু বিপুল ভূঞা।

কোঠাটোৰ দুৱাৰখনত নেমপ্লেট দুখন তেতিয়াও জিলিকি আছে। সিহঁতে একৰাই থৈ যোৱা নাই। মেল খাই থকা দুৱাৰমুখৰ পৰা কোঠাটোৰ ভিতৰলৈ সি এনেয়ে এবাৰ ভুমুকি মাৰি চালে। মজিয়াত সিঁচৰিত হৈ পৰি আছে কিছুমান ফটা কাগজ; জোতাৰ খালি বাকচ আৰু দুডাল নে তিনিডাল মাছুহৰ হাৰ—বিৰ্ বোন।

জোৰকৈয়ে মনটো জোকাৰি খৰখোজেৰে আগবাঢ়ি যাব খোজা অসীমৰ খোজবোৰ হঠাতে আকৌ মন্থৰ হৈ গ'ল। অজ্ঞাতেই কোঠা এটাৰ সন্মুখত সি ৰৈ দিলে।

কোঠাটোৰ দুৱাৰখনত এখন মাথোন নেমপ্লেট।

ৰবীন্দ্ৰ দত্ত।

এৰা, এই কোঠাটোত সি বহুদিনৰ পৰা এখন নেমপ্লেটকেই দেখি আহিছে। বহুদিন আগতে ৰবীনে এদিন আনখন নেমপ্লেট সোলোকাই থৈছিল। তেতিয়াৰ পৰা আৰু দ্বিতীয় নেমপ্লেট এইখন দুৱাৰত অসীমে দেখা নাই।

কোঠাটোৰ ভিতৰত কেতিয়া সোমাই পৰিছিল সি নিজেই নাজানে। কিন্তু কাৰোবাৰ ছমুনিয়াহ এটাত অসীম উচপ্ খাই উঠিল। পিচলৈ উভতি চালে। কোনো নাই।

সি যেন কোঠাটোলৈ চাই থাকিব নোৱাৰিলে। চকু দুটা মুদি দিলে। "জান অসীম, চিকিৎসক হৈ উভতি যাব খোজা আটাইবোৰ ছাত্ৰ-ছাত্ৰীয়েই চিকিৎসক হৈ উভতি যাব নোৱাৰে। কিছুমান ইয়াতেই চিৰদিনলৈ ৰৈ যায়। নয়নজ্যোতি যাব নোৱাৰিলে। সমীৰদা ক'ৰবালৈ গ'ল। আৰু মই?"

কিবা এটা যন্ত্ৰণাত অসীমে নবালবিকৈ চকু দুটা মেলি দিলে।

চকুত পৰিল খিৰিকীখনৰ সিকালে বেলকনিত ফুলি থকা এপাহ শেঁতা ৰঙা গোলাপ ফুল।

অসীম ফুলজোপাৰ ওচৰলৈ আগবাঢ়ি গ'ল। খিৰিকীখনৰ ওচৰত থিয় হৈ ফুলজোপালৈ চালে। মাটিৰ টবত বোৱা এজোপা অকণমানি গোলাপ। অলকে কই থৈ যোৱা ফুলজোপাত ফুলি থকা এপাহ ফুল আৰু এটা কলি। মেলখোৱা ফুলপাহৰ পাপৰি কেইটামান টব্‌টোত সৰি পৰিছে। মেল নোখোৱা কলিটো সেউজীয়া।

অলক নাই। ফুলজোপাত সদায় পানী দিয়া ৰবীনো কেতিয়াবাই গ'লগৈ। সিহঁত কোনো নাই। কিন্তু স্মৃতি আছে।

ইয়াৰ পিচত ফুলজোপাত কোনে পানী দিব?

অসীমে চাই থাকিব নোৱাৰিলে। কোঠাটোৰ পৰা ওলাই আহিল। মনটো দৃঢ় কৰিব খুজি চিৰিকেইটাৰে তললৈ নামি গ'ল।

হোষ্টেলটোৰ সন্মুখৰ চোতালখনত থিয় হৈ নেচাওঁ বুলিও সি তাৰ ৰুমটোলৈ চাই পঠিয়ালে।

ভাব হ'ল: ৰেলিঙৰে বগাই ওপৰলৈ উঠি যোৱা তাৰ কোঠালীটোৰ সন্মুখৰ বাগানভিলাজোপাই যেন স্থিৰ দৃষ্টিৰে তালৈ চাই আছে।

হোষ্টেলটৈ অহাৰ দিনাৰে পৰা এই ফুলজোপা সি দেখি আহিছে। সিহঁততকৈ দুবছৰ আগতে হোষ্টেললৈ অহা ছাত্ৰ কেইজনমানে ক'ৰবাৰ পৰা আনি রোৱা ফুলজোপা লাহে লাহে ডাঙৰ হ'ল। ওপৰলৈ বগালে। এদিন ফুলিল। হাঁহিলে।

ফুলে হাঁহে। নাকান্দে।

কিন্তু এই ফুলজোপাই কান্দিবও জানে নেকি?

নহলে সেইবেলি ফুলজোপা মাটিত বাগৰি পৰিছিল কিয়? ফুলজোপা ৰোৱা ছাত্ৰৰ দলটো পৰীক্ষাৰ শেষত ঘৰলৈ যোৱাৰ আগদিনা ৰাতি।

এজাক কিন্‌কিনীয়া বৰষুণে নৰকাচলৰ বুকুলৈ চেঁচা নমাইছিল। কিন্তু বতাহ নাছিল। ৰাতিপুৱা ছাত্ৰবোৰে টোপনিৰ পৰা সাৰ পাই দেখিছিল— বাগানভিলাজোপা মাটিত বাগৰি পৰি আছে।

যাবলৈ ওলোৱা ছাত্ৰ কেইজনমানে কোৱাকুই কৰিলে: আজি আমি যামগৈ কাৰণেই তয়ো হবলা কান্দিছ?

তাৰ পিচত সিহঁতে বাগানভিলাজোপা আকৌ আগৰ দৰে তুলি কৈ হোষ্টেল এৰি গুচি গৈছিল। গছজোপা যোৱা মিহিৰে বেলিঙত ফুলজোপা বাখিবলৈ একো বিচাৰি নাপাই হোস্তআলৰ পেটা এটাবেই বাৰি দিছিল।

সিদিনা মিহিৰক খেয়ালী বুলি অসীমে হাঁহিছিল।

কিন্তু আজি সি উপলব্ধি কৰিলে: সেয়া খেয়াল নহয়। মমতা। আত্মীয়তা।

চুপাৰক মাত লগাবলৈ যোৱা অসীমৰ পিচে পিচে বিণি আহি বিক্সাখনৰ ওচৰত থিয় হ'ল। সি কথা কব পৰা নাছিল। মুখৰ চুলিখিনিত পিহি দি সি তাইক মৰম কৰিছিল। তাৰ পিচত সেমেকা মাত এটাৰে 'যাওঁগৈ দেই বিণি' বুলি কোনোমতে কৈ বিক্সাখনত উঠি বহিল।

"মই ওপৰলৈ গৈ তোমাক চাম দেই।"

কথাষাৰ কৈয়েই বিণি ওপৰ মহলালৈ দৌৰি আঁতৰি গ'ল।

বিক্সাখন তেতিয়া আগবাঢ়ি আহি ৰাজপথত উঠিছে।

"চু—খী—য়া ল'ৰা।"

বিণিৰ চিঞৰত অসীমে আকৌ এবাৰ হোষ্টেলখনলৈ উভতি চালে। তাৰ ৰুমটোৰ পিচফালৰ বেলকনিত থিয় হৈ তালৈ চাই আছে বিণিয়ে। মনটো মৰা।

"দুখীয়া ল'ৰা। এবা—যোৱাৰ সময়ত সঁচাকৈয়ে আমি মৰমৰ দুখীয়া হৈ আঁতৰি যাওঁ নেকি বাৰু?"

কথাষাৰ ভাবি কমালখনেৰে সি চকু দুটা হেঁচি ধৰিলে।

ভডাগড়লৈ আগবাঢ়ি যোৱা বিক্সাখনৰ পৰা শেষবাৰলৈ সি পিচলৈ উভতি চালে। বিণিবিণি দেখা বিণিজনী তেতিয়া লাহে লাহে তাৰ দৃষ্টিৰ আঁৰত হেৰাই গৈছে। চকুলোৰে সেমেকা তাৰ দুচকুত পৰিল কলেজ বিল্ডিংটোৰ কাষতে লগা হাস্পাতালৰ অৰ্দ্ধনিৰ্মিত এটা পকী ঘৰ। এটা ছাত্ৰীবাস—আৰু তাৰ তলত লগা তিনিটা ছাত্ৰাবাস।

আৰু?

নাই, বাগানভিলাজোপা নেদেখি।

তাৰ পিচত হোষ্টেলকেইটাও লাহে লাহে লাহে অস্পষ্ট হৈ আহিল। ধূসৰ হৈ পৰিল অৱকাচন।